# আদৰণি



বীৰেন বৰকটকী
সভাপতি



সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা জন্ম শতবাৰ্ষিকী
আঞ্চলিক সমিতি
শিৱসাগৰ

১৯ আহিন, ১৮৯০ শক * ৬ অক্টোবৰ, ১৯৬৮ চন

সভাপতি মহোদয়, মুখ্য আৰু বিশিষ্ট অতিথিসকল, সমবেত সুধীবৃন্দ বেজবৰুৱাৰ পৰিয়ালবৰ্গ, মৰমৰ ছাত্ৰ-ছাত্ৰীসকল ।

জয়-জয়তে আমি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা জন্ম-শতবাৰ্ষিকীৰ শিৱসাগৰ আঞ্চলিক সমিতিৰ হৈ জাতিৰ এই পৱিত্ৰ দিনত আপোনালোকক স্বাগত সম্ভাষণ জনাইছোঁ । আশাকৰো আমাৰ সম্ভাষণ গ্ৰহণ কৰিব ।

বুৰঞ্জীয়ে কেৱল পৰশাই নহয় আজিও বুৰঞ্জীৰ স্মৃতি চিহ্নই আবৰি থকা ছশ বছৰীয়া গৌৰৱপূৰ্ণ ৰাজত্বৰ প্ৰাণকেন্দ্ৰ এই ৰংপুৰৰ ইতিহাস আপোনালোকৰ দৰে বিজ্ঞজনৰ আগত আমাৰ দৰে অভাজনে দাঙি ধৰিবলৈ যোৱা মানে শুকক বেদ পঢ়াবলৈ যোৱাৰ নিচিনাহে কথা। ৰংপুৰৰ ইতিহাস নীৰৱ ভাষাত দ'ল দেৱালয়ে ক'ব, ৰংঘৰ কাৰেংঘৰেক ক'ব জেৰেঙ্গাই ক'ব, উজ্জ্বল যুগৰ চানেকিৰ পৰশ লাগি মাটিত পৰি থকা প্ৰত্যেক চপৰা ইটাই ক'ব আৰু আপোনালোকৰ দৰে হাজাৰ হাজাৰ জনৰ জাতীয় ভাবৰে উদ্বুদ্ধ হোৱা অন্তৰে ক'ব ।

ৰংপুৰ অকল ইতিহাসৰ স্মৃতি চিহ্নৰেই চহকী নহয় সাহিত্য, শিক্ষা, সংস্কৃতি সকলোতে অতীতৰ পৰাই চহকী। অইন দিশ এৰি আমি যদি অকল সাহিত্যৰ দিশটোকে ধৰো তেনেহলে দেখিম সোতৰ শতিকাৰ আগভাগৰ পৰাই এই ৰংপুৰত আৰু ইয়াৰ আশে-পাশে সাহিত্য চৰ্চাৰ পাতনি মেলা হয় । অসমীয়া, উৰ্দ্দু, ফাৰ্চীৰ সান-মিহলি অসমীয়া মৌখিক সাহিত্যৰ প্ৰাণস্বৰূপ দেহ বিচাৰৰ গীতৰ আহিৰে লিখা জিকিৰবোৰ তাহানিৰ আজানপীৰে এই ৰংপুৰৰ পৰা কেইমাইল দূৰত সৰা চাপৰিতে ৰচনা কৰা নাছিল জানো ? এই সোতৰশ শতিকাতে দৰিকা দলঙৰ ওচৰৰ থাৰঘৰ বাৰীত নগৰ কৰি জয়ধ্বজ সিংহই নিজে দুই এটা গীত, পদ ৰচনা কৰি প্ৰথম তামৰ ফলি লিখাই সাহিত্যৰ চৰ্চাৰ অনুকূল পৰিবেশ সৃষ্টি কৰিছিল আৰু সেই পৰিবেশৰ পৰিপূৰ্ণতা লাভ কৰে বিদ্যানুৰাগী ৰুদ্ৰসিংহ আৰু

শিৱসিংহৰ দিনত এই ৰংপুৰৰ আশে পাশেই। বিখ্যাত যোগিনী-তন্ত্ৰৰ অসমীয়া অনুবাদ কৰোতা ৰামচন্দ্ৰ বৰপাত্ৰ ইয়াৰ পৰা বেছি দূৰৰ লোক নহয়। দিলিহী নদীৰ পাৰৰ কেন্দুগুৰি গাৱঁহে। ধনৰে চহকী পৃথুৰৰ কাকতিৰ ককায়েক ৰাজকবি কবিৰৰ ভড়ালী বৰুৱাও চাৰিং অঞ্চলৰহে।

এই ৰংপুৰতেই ১৮৭৩ চনত অসমীয়া ভাষাৰ অস্তিত্বৰ অগ্নি পৰীক্ষা হয়। ১৮৩৬ চনত আদালত আৰু পঢ়াশালিৰ পৰা চকুলো টুকি বিদায় লোৱা অসমীয়া ভাষা ৭৩ চনত আমেৰিকান বেপ্তিষ্ট মিছনেৰীসকলৰ যত্নত হাঁহিমুখে আকৌ এই ৰংপুৰৰ আদালতত‍হে সোমাইছিলহি। আধুনিক যুগৰ পথ প্ৰদৰ্শক বছেৰেকীয়া এটকা বৰঙণিৰে মাহেকীয়া অৰুণোদয়, কট্টৰ, ব্ৰাউন, ডেনকৰ্থ, হুইটিং আদিৰ সম্পাদনাত প্ৰকাশ পাইছিল এই ৰংপুৰতে প্ৰতিষ্ঠা হোৱা ছাপাশালাৰ পৰাই। এই ছাপাশালৰে পৰাই নিধিৰাম ফাৰৰেলে ভাৰতীয় দণ্ডবিধি আইনৰ অসমীয়া অনুবাদ প্ৰকাশ কৰিছিল। অৰুণোদয়ে বান্ধি থোৱা ভেটি দৃঢ় কৰি হেমকোষেৰে ওখ দ'ল বান্ধিবলৈ অসীম দৃঢ়তাৰে ওলাই আহিছিল প্ৰতিকূল পৰিবেশৰ মাজত চাৰিটকীয়া বেতনৰে নকল নবিছ হিচাপে জীৱন আৰম্ভ কৰা অসমীয়া ভাষা সাহিত্যৰ ওজা হেমচন্দ্ৰ বৰুৱা ওচৰৰে সৌ বজা-বাহৰ গাৱঁৰ পৰা।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ স্কন্ধ পুৰাণৰ বিভি[ন্ন] আখ্যানৰ ভাঙনি কঁৰোতা স্বনামধন্য পুৰুষ, ডাঙৰীয়া দীননাথ বেজবৰু[ৱা] ৰংপুৰৰে বুলি আমিনো আপোনালোকক কি চিনাকি দিম ?

অসমীয়া জোনাকী যুগৰ ভেটি নিৰ্ম্মাণৰ ক্ষেত্ৰত যিসকল লিখ[ক]ে বিশেষ বৰঙণি যোগাইছিল সেই সকলৰ ভিতৰত সাহিত্যৰথী লক্ষ্মীন[াথ] বেজবৰুৱা আৰু সাহিত্যিক পদ্মনাথ গোহাঞিবৰুৱা অন্যতম। গোহা[ঞি] বৰুৱাৰ আদিঘৰ ভঁাজী অঞ্চলতহে। ল'ৰাকালৰ শিক্ষাও শেষ কৰে [এই] ৰংপুৰতেই।

জোনাকী যুগত বেজবৰুৱাই নদন-বদন কৰি তোলা ৰংপুৰী সাহিত্যৰ ফুলনিখনক নিজৰ সামান্য অৱিহণা দি হলেও কালৰ বুকুত ন[...] হৈ যোৱা বিভিন্ন লিখকে যত্ন কৰিলে তাৰ জেউতি বঢ়াবলৈ। এই সক[ল]



ভিতৰত জগতত শূন্য পৰিচয় বিচৰা, অতীতৰ স্মৃতিৰে জীয়াই থাকিব খোজা দিখৌপৰীয়া কৰি যতীন দুৱৰা বিশেষ ভাবে উল্লেখ যোগ্য। জোনাকী যুগৰ ছেক্সপিয়েৰৰ নাটকৰ ভাঙনি সাহিত্যত হাত দিওঁতা অন্যতম সাহিত্যিক গুঞ্জানন বৰুৱা এই ৰংপুৰৰে। এই যুগতে ৰংপুৰৰ নাম, সাহিত্য ক্ষেত্ৰত জিলিকাই থৈ যোৱা সকলৰ ভিতৰত সততে মনলৈ নামি আহে শিশু সাহিত্যিক, নাট্যকাৰ দুৰ্গাপ্ৰসাদ মজিন্দৰ বৰুৱা, নাট্যাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ঔপন্যাসিক কুমুদেশ্বৰ বৰঠাকুৰ, ডঃ ময়িহুল ইছলাম বৰা, ৰাধিকা নাথ শৰ্ম্মা বিদ্যানন্দ, ফনিধৰ চলিহা, প্ৰেমধৰ চলিহা, ভাষাতত্ববিদ দেবানন্দ ভড়ালী, কেশৱ কান্ত বৰুৱা, লক্ষীকান্ত বৰুৱা, ছৈয়দ মহিবুল হক, জনাব ফিৰডোছ আলি, উপেন্দ্ৰনাথ শৰ্ম্মা, চম্পকধৰ বৰুৱা, হৰেশ চন্দ্ৰ ৰাজখোৱা, ৰাজেন্দ্ৰনাথ শৰ্ম্মা, তাৰাপ্ৰসাদ চলিহা, যাদব প্ৰসাদ চলিহা, গণেশ হাজৰীকা, বিমলা বৰুৱা, ভ্ৰমৰ শইকীয়া, প্ৰিয়নাথ বৰুৱা, শশী গগৈ, কৰুণা কান্ত গগৈ, মানিক বৰগোহাঁই, মতিবুল হুচেইন হাজৰীকা, ভোলানাথ কাকতি, খেলিলুৰ ৰহমান, প্ৰেমধৰ গোহাঁই, বেনুধৰ ভূঞা, প্ৰফুল্ল চন্দ বৰুৱা, ফটিক চলিহা, ইত্যাদিসকলৰ। এই সকলৰ প্ৰায় সকলেই এই সংসাৰত আজি নাই, যি দুই চাৰিজন জীৱিত আছে তেখেতসকলৰ প্ৰায়ৰে লিখনি কেতিয়াবাই অচল হ'ল।

বয়সে ম্লান কৰিব নোৱাৰা জীৱনৰ বিয়লি বেলিকাও সংবাদপত্ৰ "অসম জ্যোতি"ৰ সকলোকাম নিজহাতে কৰি আশাবাদী হিচাবে জীয়াই থকা নতুন সকলৰ প্ৰেৰণাস্বৰূপ আমাৰ মাজৰে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীপদ্মধৰ চলিহাৰ এজন ৰংপুৰীয়া হিচাপে অসমীয়া সাহিত্যলৈ বৰঙণি কিমান তাক আপোনালোকক ক'ব নেলাগে।

বয়সে প্ৰেৰণা কমাব নোৱাৰা আৰু এজন সৰবৰহী বুৰঞ্জীবি[দ] সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবেণুধৰ শৰ্ম্মা আৰু সাহিত্য সভা[ৰ] অন্য দুজন সভাপতি সু-সাহিত্যিক নকুল চন্দ্ৰ ভূঞা, আৰু ধ্বনি-ক[বি] শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, ঠিক ৰংপুৰৰে নহলেও ৰংপুৰৰ জলবায়ুৰ লগত সম্ব[ন্ধ] থকা, শ্ৰীচলিহা আৰু শ্ৰীবেণুধৰ শৰ্ম্মাদেৱ এনে এটি যুগৰ প্ৰতিনিধি যি[...]

যুগত সাহিত্য সেৱাক সাধনা বুলি গ্ৰহণ কৰা হৈছিল। বুৰঞ্জীৰ পমখেদি বুৰঞ্জীৰ বুকুৰ পৰা বিষয়বস্তু উদ্ঘাটন কৰি সাহিত্য চৰ্চ্চা কৰা প্ৰবীণ চামৰ ভিতৰত শ্ৰীভুবন সন্দিকৈ ৰংপুৰত জন্ম গ্ৰহণ নকৰিলেও. ৰংপুৰীয়া। বাঁহী আৰাহনৰ যুগৰ পৰা কাব্যকাননৰ সৌৰভ বঢ়াবলৈ চেষ্টা কৰা কবি শ্ৰীঅম্বেশ্বৰ চেতিয়া ফুকন ৰংপুৰীয়া সাহিত্যিকেই। একালত প্ৰচুৰ সম্ভাৱনাৰে লিখনি-ধৰা ৰংপুৰৰ ওচৰৰে তিনিজন সাহিত্যিক বহুত দিনৰ আগৰে পৰাই নীৰব হৈ গ'ল— সেই তিনিজন হ'ল শ্ৰীইন্দিবৰ গগৈ, শ্ৰীকৰুণাকান্ত গগৈ আৰু শ্ৰীশশীকান্ত গগৈ। শ্ৰীবিপুনাথ বুঢ়াগোহাঁয়ে কিন্তু আৱাহন, বাঁহীৰ যুগৰ পৰা লিখনি এৰা নাই।

ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ কমাৰফদীয়া স'উ সৰু গাওঁখনিৰ পৰা ওলাই অহা দুটি মেধাবী ছাত্ৰই অকল ৰংপুৰৰে নহয় সমগ্ৰ অসমৰ ভাষা-সাহিত্যৰ নাম জিলিকালে, সাহিত্যৰ বুৰঞ্জী লিখক, কবি, সমালোচক ডিম্বেশ্বৰ নেওগ আৰু গুৱাহাটীৰ বিশ্ববিদ্যালয়ৰ জৱাহৰলাল নেহেৰু অধ্যাপক সাহিত্যিক ডঃ মহেশ্বৰ নেওগ। সৌ সিদিনা দমদম্ বিমান বন্দৰত অকালতে জীৱনৰ সমাধি ঘটা বিজ্ঞান আৰু সাহিত্য জগতত সমানে খ্যাতি অৰ্জ্জন কৰা ডাঃ ৰোহিণীকুমাৰ বৰুৱাও এই ৰংপুৰৰে।

পৰিয়ালৰসৈতে অকালতে দিচাঙৰ বুকুত সমাধি হোৱা গীতি কৱি ভগৱতী প্ৰসাদ বৰুৱাৰ করুণ স্মৃতি ৰংপুৰীয়া বাইজ তথা সমগ্ৰ অসম-বাসীৰ অন্তৰৰ পৰা কেতিয়াবা মচ খাই যাব জানোঁ। সেই করুণ স্মৃতিৰেই জীৱনৰ রুগ্ন পৰিবেশৰ কাৰুণ্যৰ মাজত সোণালী পামত সাহিত্য সেৱা কৰি গ'ল — কৱি নাট্যকাৰ সঙ্গীতজ্ঞ পাৰ্ব্বতী প্ৰসাদ বৰুৱাই। এই সকল ৰংপুৰৰে উজ্জ্বল ৰত্ন। বেজবৰুৱা পৰিয়ালৰে আৰু এটি উজ্জ্বল নক্ষত্ৰ অকালতে খহি পৰিল যি জীৱনত কৰ্ম্মহে চিনি পাইছিল— দেহাৰ ভাগৰ বুজি নাপাইছিল, সেইজন আছিল ৰংপুৰীয়া ডেকা সাংবাদিক সাহিত্যিক মাধৱ চন্দ্ৰ বেজবৰুৱা। ওপজা ঠাইৰ প্ৰতিভাৰ পৰিবেশে অন্য এজন ৰংপুৰীয়া ডেকাক সেই সময়ত অনুপ্ৰেৰণা জগালে সাহিত্য সঙ্গীত চৰ্চ্চাত মনোনিবেশ কৰিবলৈ। সেইজন শ্ৰীপৰাগধৰ চলিহা। শিশু-সাহিত্যিক



হিচাপে খ্যাতি অৰ্জ্জন কৰা আৰু অকালতে মৰহি যোৱা এজন সাহিত্যিক প্ৰেমধৰ দত্তও এই ৰংপুৰৰ ওচৰৰে।

আজি ৰংপুৰৰ সঁচাকৈয়ে সৌভাগ্য আৰু গৌৰৱৰ কথা যে অসম সাহিত্য সভাৰ দৰে জাতীয় মহান অনুষ্ঠানৰ সভাপতিৰ পদ অলঙ্কৃত কৰিছিল এই ৰংপুৰ অঞ্চলৰ সাত-আঠজন বিশিষ্ট সাহিত্যসেৱীয়ে।

অসমীয়া সাহিত্যলৈ ৰংপুৰীয়া মহিলাৰো বৰঙণি কম নহয়। এই সকলৰ ভিতৰত 'ঘৰ জেউতি'ৰ সম্পাদিকা কমলালয়া কাকতি; কনকলতা চলিহা, হিমলা বৰুৱানী, নিকুঞ্জলতা চলিহা, ভৰিত্ৰী দত্ত, হেমলতা বৰুৱা, হেমলতা দত্ত, জীউতৰা ভড়ালী, সুধা বৰুৱা, আজলীতৰা নেওগ, মিনি এমঞ্জ, ফুলেশ্বৰী দত্ত, নিৰ্ম্মলপ্ৰভা বৰদলৈ, অনিমা ভড়ালী, বিজয়া ভড়ালী আদিৰ নাম উল্লেখযোগ্য।

নাম উল্লেখৰ ক্ষেত্ৰত বিশেষকৈ পুৰুষ লিখকসকলৰ ইহলোকত নোহোৱা লিখকসকল, প্ৰবীণ যশস্বী সাহিত্যিকসকল আৰু বয়সৰে প্ৰবীণ সকলৰ ওচৰ চাপিব খোজা সাহিত্যিক সকলৰ নামহে লৈছোঁ। এই ক্ষেত্ৰত ভুল-ক্ৰটী হলে ক্ষমা কৰে যেন। নতুন চামৰ ব্যক্তিগত নাম নলৈ সামূহিক হিচাপেহে ক'ব খুজিছোঁ।

বৰ্ত্তমান যুগত ৰংপুৰীয়া ডেকা সাহিত্যিকসকলৰ অৱদান কম নহয়। কেইবাজনো ডেকা সাহিত্যিকৰ গল্প, কৱিতা, বিভিন্ন প্ৰৱন্ধ, বুৰঞ্জীৰ আলোচনা আদিয়ে অসমৰ চাৰিওপিনে স্বীকৃতি পাইছে। ঠাইৰ পৰম্পৰাই ভবিষ্যতে খ্যাতিসম্পন্ন সাহিত্যিক সৃষ্টি কৰাৰ সম্ভাৱনা ৰংপুৰত নোহোৱা নহয়।

এইখিনিতে উল্লেখযোগ্য যে ১৯৬০ চনৰ ভাষা আন্দোলনৰ প্ৰথম শ্বহীদ ৰঞ্জিত বৰপূজাৰীৰ চুটি অথচ চিৰস্মৰণীয় জীৱনস্মৃতি জড়িত আছে ৰংপুৰৰ ধূলিৰ লগতেই।

অৰুণোদয়ে চিকুণাই যোৱা সাংবাদিকতাৰ পথটিত খোজ দিবলৈ আজিও ৰংপুৰীয়া বহু ডেকা সাংবাদিকে প্ৰচেষ্টা এৰা নাই, সাধনা এৰা নাই। তেওঁলোকৰ সাৰথি হ'ল 'জন পথ', 'নৱজন্ম', 'সীমান্ত শিখা' ইত্যাদি।

সাহিত্যৰথী বেজবৰুৱাৰ শতবাৰ্ষিকীত বেজবৰুৱাৰ বিষয়ে আপোনালোকক আমি কি কম ? আজি বেজবৰুৱাৰ বিষয়ে নজনালোক ৰংপুৰত কিয় — অসমতেই নাই । তাৰোপৰি তেখেতৰ বিষয়ে আলোচনা কৰিবলৈ আমাতকৈ জ্ঞানবৃদ্ধ, বয়োবৃদ্ধ লোকো সভাত আছে । বেজবৰুৱাদেৱৰ বিষয়ে তেখেতসকলৰ পৰা আপোনালোকে নিশ্চয় শুনিব । ধন, মান সকলোফালে জয়-জয় ময়-ময় অৱস্থাৰ ৰাজবেজবৰুৱাৰ খিতাপেৰে অধিষ্ঠিত হোৱা দীননাথ বেজবৰুৱাৰ পিতৃত্বই আৰু অনন্তকন্দলীৰ বংশৰ থানেশ্বৰী দেবীৰ মাতৃত্বই, পৰিয়ালৰ বৈষ্ণব ধৰ্ম্মৰ প্ৰীতিয়ে, বৰপেটাৰ সত্ৰসমাজে, কলিকতাত প্ৰকাশ পোৱা জোনাকী কাকতে, অসমৰ বাহিৰত থকা মনটোৱে, সৰুকালতে এই ৰংপুৰত 'আদৰ্শ বঙ্গবিদ্যালয়'ত বঙালী ভাষাৰ মাধ্যমেৰে শিক্ষালোৱা লক্ষ্মীনাথক সাহিত্য সংস্কৃতি ক্ষেত্ৰত আধুনিক অসমৰ প্ৰেৰণাৰ উৎস কৰি তুলিছিল । এই প্ৰেৰণাৰ বলতেই আজি সামান্যৰূপে হলেও এই মনীষী জনাৰ শতবাৰ্ষিকী অসমৰ সৰ্ব্বত্ৰ আৰু ভাৰতৰ বিভিন্ন স্থানত পালন হৈছে ।

জাতিৰ আগত আজি কৰ্ত্তব্য মহান । স্মৃতিফলক স্থাপন, আৱক্ষমূৰ্ত্তি প্ৰতিষ্ঠা, কিতাপ প্ৰকাশ, তথ্য-চিত্ৰ, ডাকটিকট প্ৰকাশৰ গুৰুত্ব থাকিলেও তাতেই আমি আত্ম সন্তুষ্টি লাভ কৰিব নোৱাৰোঁ । বেজবৰুৱাই অসমক চিনিছিল, অসমীয়া জাতিক চিনিছিল, অসমৰ বায়ু-মাটিৰ বুজ লৈছিল । বেজবৰুৱাৰ দৰে আমিও আমাক চিনিব লাগিব । থলুৱা আৰু ন-অসমীয়াই নিজক নিচিনিলে ঘৰতে জানোঁ আলহীৰ ভাত খাব নালাগিব ? অসমীয়া ভাষাৰ আদৰ নাবাঢ়িলে, সাহিত্যজগতত পাকৈত খনিকৰৰ সংখ্যা নাবাঢ়িলে অসমীয়া সাহিত্যই বিশ্ব-সাহিত্যৰ সন্মান লাভ নকৰিলে 'চিৰ-চেনেহী মোৰ ভাষা জননী' বাণীৰ সাৰ্থকতা জানো থাকিব ? ইয়াৰ সাৰ্থকতাৰ কাৰণে শতবাৰ্ষিকীতেই আমি সঙ্কল্প গ্ৰহণ নকৰিম জানোঁ ?

সুধীবৃন্দ ! শতবাৰ্ষিকীৰ ৰংপুৰৰ এই উৎসৱত আপোনালোকক আদৰ-সম্ভাষণ জনোৱাৰ যি দায়িত্ব আঞ্চলিক শতবাৰ্ষিকী সমিতিৰ গাত পৰিছে— সেই দায়িত্ব কেনেদৰে পালন হৈছে আপোনালোকৰহে বিদিত ।



শিৱসাগৰ আঞ্চলিক সমিতিৰ হৈ দূৰণিৰটীয়া অতিথিবৃন্দক আৰু লগতে শিৱসাগৰীয়া ৰাইজক ওলগ জনাইছোঁ । আদৰ অভ্যৰ্থনাৰ ত্ৰুটী মাৰ্জ্জনা কৰিব ।

ৰাইজৰ সহায় সহযোগ নহ'লে শিৱসাগৰ আঞ্চলিক সমিতিয়ে এই গুৰু দায়িত্ব কান্ধ পাতি ল'ব নোৱাৰিলেহেঁতেন । ৰাইজৰ সহায় সহযোগিতাৰ বাবে আমি ৰাইজৰ ওচৰত চিৰঋণী । বিভিন্ন ব্যক্তিয়ে আমাক ধনতোলা, শতবাৰ্ষিকীৰ আঁচনি কাৰ্য্যকৰী তোলা আদি কাৰ্য্যত অকুণ্ঠচিত্তে সহায় আগবঢ়াইছে । দাতাসকলে নিজৰ শক্তি সামৰ্থ্যৰে দান-বৰঙণি আগবঢ়োৱাত ত্ৰুটি কৰা নাই । শিৱসাগৰ নাট্যসমাজ, পৌৰ সভা, শ্ৰীশ্ৰীশঙ্কৰদেৱ সমাজ, লক্ষ্মীনাথ বেজবৰুৱা শিশুভৱনৰ পৰিচালনা সমিতি, সেউজীয়া সমাজ সঙ্গীত বিদ্যালয়, পূবেৰুণ সঙ্ঘ, জন সম্পৰ্কৰক্ষী বিভাগ ৰংপুৰ সাংস্কৃতিক সঙ্ঘ, শিৱসাগৰ পুথি ভঁড়াল আৰু পাঠাগাৰ সমিতি, আদি বিভিন্ন অনুষ্ঠান আৰু ভালেখিনি শিক্ষানুষ্ঠানে আমালৈ বিভিন্ন বিষয়ত সহায় সহানুভূতি আগবঢ়াইছে । ব্যক্তিগত লোক আৰু বিভিন্ন অনুষ্ঠানলৈ কৃতজ্ঞতা জনাই ৰাইজৰ ওচৰত মূৰ দোৱাইছোঁ ।

বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং, খোল,
অসম আকৌ উন্নতি পথত জয় আই অসম বোল ।

———○○○———

# লক্ষ্মীনাথ বেজবৰুৱা জন্ম-শতবাৰ্ষিকী

## আঞ্চলিক সমিতি

শিৱসাগৰ, ১৯৬৮ চন।

## প্ৰধান সম্পাদকৰ

# কাৰ্য্য বিৱৰণি।

শ্ৰীবসন্ত লাল দুৱৰা।
৬।১০।৬৮

# লক্ষ্মীনাথ বেজবৰুৱা জন্ম-শতবাৰ্ষিকী
# আঞ্চলিক সমিতি
# শিৱসাগৰ ।

—❀—

মাননীয় সভাপতি ডাঙৰীয়া, শ্ৰদ্ধেয় মুখ্য অতিথি, সন্মানিত প্ৰতিনিধি বৰ্গ, সমৱেত ৰাইজ, পূজনীয়া আই সকল আৰু ভাষা-জননীৰ সেৱক সেৱিকা সকল ।

জয় জয়ন্তে শিৱসাগৰৰ লক্ষ্মীনাথ বেজবৰুৱা জন্ম-শতবাৰ্ষিকী আঞ্চলিক সমিতিৰ হৈ আপোনালোক সকলোটিলৈকে আমাৰ আন্তৰিক আদৰণি জনাইছো । সভা-সমিতিত বক্তৃতা দিয়া বা কিবা বিৱৰণি দিয়াৰ অভ্যাস আমাৰ একেবাৰেই নাই । আপোনাসকল নিজ গুণে গুণী, জ্ঞানী, বিদগ্ধ পণ্ডিত ; আপোনা সকলৰ আগত আমি ঠিয় দি কথা কবলৈ যোৱাটো আমাৰ ধৃষ্টতাৰ পৰিচায়ক বুলিহে আমি ভাবিছো । গতিকে আমাৰ এই বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে লিখি অনা কাৰ্য্যবিৱৰণি খনি একেবাৰে নীৰস, শ্ৰুতিকটুৰ, ভুল-ভ্ৰান্তি হোৱাটো স্বাভাৱিক, আৰু সেই বাবে আপোনালোক সুধীজনে আমাক নিজ গুণে ক্ষমা কৰে যেন ।

অসম সাহিত্য সভাই ১৯৬৪ চনৰ ডিগবই অধিবেশনতে সাহিত্যৰথী বেজবৰুৱাদেৱৰ জন্ম-শতবাৰ্ষিকী পালন কৰাৰ প্ৰস্তাৱ লয় আৰু ১৯৬৬ চনত ইয়াৰ আঁচনি গ্ৰহণ কৰে । সেই আঁচনি অনুসৰি আমাৰ ৰংপুৰ সাহিত্য সভাই শিৱসাগৰতো শতবাৰ্ষিকী পালনৰ প্ৰস্তুতি চলায় । শিৱসাগৰত এই উৎসৱ পালন কৰাৰ বিশেষ তাৎপৰ্য্য আছে— যি হেতু বেজবৰুৱা ডাঙৰীয়া আমাৰ এই পুৰণি ৰংপুৰৰে লোক আৰু সৌৱা আমাৰ চকুৰ আগতে

থকা আমোলাপতিত তেখেতৰ পুৰণি স্মৃতি বিজড়িত গৃহাবাস ভূমি আৰু তেখেতৰ পৰিয়াল বৰ্গৰে বেষ্টিত "বেজবৰুৱা চুক" এতিয়াও বিদ্যমান। বেজবৰুৱা তথ্য চিত্ৰ নিৰ্ম্মান সমিতিয়ে অলপতে তেখেতৰ এই পুৰণি বাৰী, ঘৰদুৱাৰৰ ছবি গ্ৰহণ কৰি লৈ গৈছে— সম্ভৱত এই ছবি আপোনালোকে দেখিবলৈ পাব।

শিৱসাগৰত এই উৎসৱ পালন কৰিবৰ কাৰণে ৰংপুৰ সাহিত্য সভাই স্থানীয় সাহিত্যানুৰাগী লোক সকল আৰু মহকুমাৰ ২৫ খন শাখা সভাৰ প্ৰতিনিধি সকলক লৈ এখনি আঞ্চলিক সমিতি গঠন কৰে, আৰু কেন্দ্ৰৰ মনোনীত সদস্যসকলৰ সৈতে এখনি কাৰ্য্যকৰী সমিতিও গঠন কৰা হয়। এই সমিতিৰ মুখ্য উপদেষ্টা হিচাপে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযুত পদ্মধৰ চলিহাক, শ্ৰীযুত বীৰেন বৰকটকীক সভাপতি, শ্ৰীযুত (সকল) ইমৰান শ্বাহ, জগত চেতিয়া আৰু গুণ বৰুৱাক সহকাৰী সম্পাদক, শ্ৰীযুত গিৰিজা প্ৰসাদ বৰুৱাক কোষাধ্যক্ষ হিচাপে নিৰ্ব্বাচিত কৰে। প্ৰধান সম্পাদক হিচাপে এই অযোগ্য জনৰ ওপৰত দায়িত্ব পৰে। এই দায়িত্ব পালনত আমি কিমানদূৰ কৃতকাৰ্য্যতা লাভ কৰিব পাৰিছো সেইটো আপোনাসৱৰ বিচাৰ্য্য। সি যি কি নহওক— সমিতি গঠন কৰি কাৰ্য্যত আগবঢ়া হল। এই উৎসৱৰ কেইটামান বিষয় কেন্দ্ৰীয় ভাবে শিৱসাগৰত পালন কৰিবলৈও অসম সাহিত্য সভাই ঠিক কৰে। ইয়াৰ ভিতৰত বেজবৰুৱাৰ স্মৃতি ফলক প্ৰতিষ্ঠা, ৰাজহুৱা সভা আৰু নাট্যানুষ্ঠান। স্মৃতি ফলক প্ৰতিষ্ঠা কৰিবৰ কাৰণে এখনি উপ-সমিতিও গঠন কৰি দিয়ে— আৰু ইয়াৰ সদস্য সকল হল শ্ৰীযুত (সকল) পৰাগ চলিহা, ফুনু বৰুৱা আৰু লীলা গগৈ। সমিতিৰ আহ্বায়ক হিচাপে আমাৰ ওপৰত দায়িত্ব দিয়ে। এই কেন্দ্ৰীয় অনুষ্ঠান সমূহৰ দায়িত্বও আঞ্চলিক সমিতিৰ ওপৰত ন্যস্ত থাকে। আঞ্চলিক সমিতিয়ে বিভিন্ন দিশত কাৰ্য্য চলাবৰ কাৰণে কেইবা খনিও উপ-সমিতি গঠন কৰি দিয়ে।



ইয়াৰ ভিতৰত পুঁজি সংগ্ৰহ, খাদ্য, স্মৃতি ফলক উপদেষ্টা, শোভাযাত্ৰা, আলোচনা চক্ৰ, নাট্য, বন্তি প্ৰজ্বলন, প্ৰদৰ্শনী উপদেষ্টা আৰু তোৰণ সমিতিয়েই প্ৰধান। সময়ে সময়ে এই সমিতি বিলাকৰ সভা পাতি কাৰ্য্যক্ৰমৰ আলোচনা কৰা হয়। প্ৰত্যেক উপ-সমিতি বিলাক বেলেগ বেলেগ সম্পাদকৰ ওপৰত দায়িত্ব দিয়া হয়।

আঞ্চলিক সমিতিয়ে শিৱসাগৰৰ কাৰ্য্য-সূচী এনেদৰে নিৰ্দ্ধাৰণ কৰে। ৫ অক্টোবৰ পুৱা ৮ বজাত পতাকা উত্তোলন, ৮·৩০ মিঃ বজাত প্ৰদৰ্শনী উদ্বোধন, ১০ বজাত ডাকটিকট ক্ৰয় ( সম্ভৱ হলে ) আৰু সন্ধিয়ালৈ চৰকাৰী, বেচৰকাৰী সকলো অনুষ্ঠান আৰু ঘৰে ঘৰে বন্তি প্ৰজ্বলনৰ অনুৰোধ আৰু মুকলি পথাৰত প্ৰচাৰ বিভাগৰ দ্বাৰা ছাঁয়া-চিত্ৰ প্ৰদৰ্শনৰ ব্যৱস্থা কৰা।

৬ অক্টোবৰ পুৱা ১০ বজাত স্মৃতিফলক উন্মোচন, দুপৰীয়া-১-৩০ মিঃ বজাত ৰাজহুৱা সভা আৰু ৰাতিলৈ বেজবৰুৱাৰ ৰচিত নাটৰ অভিনয়। বেজবৰুৱাৰ তথ্য চিত্ৰ প্ৰদৰ্শন কৰিবলৈও কেন্দ্ৰীয় সভাক অনুৰোধ জনোৱা হয়। এই অনুষ্ঠান সমূহত যোগ দিবৰ কাৰণে অসমৰ আৰু ভাৰতৰ বিশিষ্ট সাহিত্যিক আৰু চিন্তাবিদ মনীষী সকলক কেন্দ্ৰীয় সভাই আমন্ত্ৰণ জনায়। অনুষ্ঠানৰ এইবিলাক বিষয়ৰ বাহিৰেও, প্ৰতিনিধি আৰু আলহী সকলক ৰাখি শুশ্ৰূষা কৰাও অন্যতম প্ৰধান বিষয়। কাৰ্য্য-সূচীৰ এইখিনি কাম সুচাৰুৰূপে কৰাৰ মানসে আঞ্চলিক সমিতি গঠন কৰা হয়— সকলো শাখা সভাৰ সম্পূৰ্ণ সহায় সহযোগ পোৱাৰ আশাত, কিন্তু দুখৰ বিষয় শিৱসাগৰ মহকুমাৰ ২৫ খন শাখা সভা থকাতো আৰু সভাবিলাকৰ লগত নিয়মমতে যোগাযোগ কৰাৰ পিচতো মাত্ৰ ১০ ( দহ ) খনৰ ( ৰংপুৰ, গড়গাওঁ, নাজিৰা, চণ্টক, শলগুৰি, চাৰিং, জাঁজী, জ্ঞানোদয়, মোৰ গাওঁ আৰু দিখৌমুখ) বাহিৰে ইবিলাকৰ সহযোগ পোৱা নহল। আমি

সাহিত্য সভা খন জীয়াই ৰাখিবলৈ হলে শাখা সভাবোৰৰ সক্রিয় সহযোগ অপৰিহার্য্য। শাখা সভাবোৰ জীয়াই থাকিলে অসম সাহিত্য সভা জীয়াই থাকিব আৰু সাহিত্য সভা জীয়াই থাকিলে আমাৰ অসমীয়া ভাষা, সংস্কৃতি জীয়াই থাকিব। এই অসম সাহিত্য সভাই যুঁজ দি থকাৰ কাৰণেই আজি অসমীয়া ভাষা ভাৰতৰ ১৪ টা ভাষাৰ এটা বুলি স্বীকৃত হল আৰু অসমতো ৰাজিক ভাষা ৰূপে পৰিগণিত হল। এই বিলাক বিষয়ে আমি নিজে সচেতন হোৱা উচিত।

আঞ্চলিক সমিতিয়ে শিৱসাগৰৰ অনুষ্ঠান বিলাক পালনৰ কাৰণে ৫০০০ (পাঁচ) হেজাৰ টকাৰ বাজেট গ্রহণ কৰে। কেন্দ্রীয় সভাৰ পৰা আমালৈ প্রায় ৩০০০০ (ত্রিশ) হেজাৰ টকাৰ কুপণ পঠায়। বিক্রী কুপণৰ শতকৰা ৬০ ভাগ কেন্দ্রক দিব লগা হোৱাত বাকী ৩০ ভাগ আঞ্চলিক সমিতিলৈ ৰাখি আৰু ১০ ভাগ শাখা সভা বিলাকক দিবলৈ সমিতিয়ে ঠিক কৰে। কিন্তু শাখা সভা বিলাকৰ পৰা সহাঁৰি নোপোৱাত ভালেমান টকাৰ কুপণ অব্যৱহৃত হৈ থাকে। আঞ্চলিক সমিতিৰ বিষয় ববীয়া সকলে নিজে প্রায় ৬০০০ (ছয় হেজাৰ) টকাৰ কুপণ বিক্রী কৰে। এই পুঁজিৰ এটি বৃজন অংশ কেন্দ্রক দিয়াৰ কথা আছিল যদিও কেন্দ্রৰ ফালৰ পৰা ইয়াত পতা অনুষ্ঠান সমূহলৈ টকা আহি নোপোৱাত উক্ত দিবলগা অংশ ইয়াৰ অনুষ্ঠান বোৰত খৰচ কৰিব লগা হয়। তাৰোপৰি বৰ্ত্তমান বস্তুৰ চৰা দাম, পাৰিশ্রমিকৰ নিৰিখ বেচি হৈ যোৱাত বাজেটত যি টকা ধৰা হৈছিল সিও চেৰাই গ'ল। গতিকে এই বিষয়ে কেন্দ্রীয় সভাই আমাক সহানুভূতিৰে চাব বুলি অনুৰোধ কৰিলোঁ। ৰাইজ সকল, এতিয়া আমাৰ কার্য্য-সূচীৰ অনুষ্ঠান বিলাকৰ বিষয়ে একাষাৰ জনাব খুজিছো।



*স্মৃতিফলক* ঃ— আগত কৈ অহা হৈছে যে কেন্দ্রীয় ভাৱে ইয়াত অনুষ্ঠান কেইটামান পাতিবলৈ লয়। ইয়াৰ ভিতৰত প্রধানকৈ স্মৃতিফলক প্রতিষ্ঠা। ফলক নির্ম্মান সমিতিৰ সভাত ইয়াৰ আঁচনি গ্রহণ কৰা হয়। ফলক প্রতিষ্ঠাৰ স্থান নির্ণয়, নমুনা প্রতীক গ্রহণ, আৰু আনুমানিক খৰচাৰ হিচাপো এই সভা বিলাকত আলোচনা কৰা হয়। ফলক প্রতিষ্ঠাৰ স্থান বাচনি হোৱাৰ পিচত কেন্দ্রৰ মুখ্য বিষয়া কেইজনমান আহি চাই চিতি পৰামর্শ দি যায়হি। এই সকলৰ ভিতৰত ডঃ শ্রীযুত নেওগ আৰু অসম সাহিত্য সভাৰ প্রধান সম্পাদক শ্রীযুত নেওগ ডাঙৰীয়াও আছিল। এই স্থান টুকুৰাৰ অনুমতিও শিৱসাগৰ পৌৰসভাৰ পৰা পোৱাত পৌৰসভা শলাগৰ পাত্র হয়। ফলকৰ নমুনা-প্রতীক বা আকৃতি কেনে হব এই বিষয়ে সভাত সিদ্ধান্ত লোৱা হয়। এটা কথা কব লাগিব, এই ফলকৰ প্রতীক, নমুনাৰ কল্পনা আৰু আঁচনি শ্রীযুত পৰাগ চলিহাই সভাত দাঙি ধৰিছিল আৰু সভাই গ্রহণ কৰিছিল, আৰু ইয়াক বাস্তৱত ৰূপ দিলে ডেকা শিল্পী শ্রীমান শোভাকৰ দুৱৰাই। শ্রীমান দুৱৰাৰ তত্ত্বাৱধানত ফলক দিখৌ নৈৰ পাৰৰ বেজবৰুৱাৰ উদ্যানত ৰূপায়িত হল। শ্রীযুত চলিহাই ইয়াৰ পৰা আঁতৰত থাকিও সকলো দিহা পৰামর্শ দি আহিছে। এই দুজন শিল্পীৰ যুটীয়া প্রচেষ্টাতহে ফলকৰ আচল ৰূপ প্রকাশ পাইছে। শিল্পী শ্রীমান দুৱৰাক এইখিনিতে ফলক নির্ম্মান সমিতিৰ, আৰু আঞ্চলিক সমিতিৰ হৈ শলাগ ললোঁ। তেওঁৰ ভবিষ্যৎ উন্নতিয়ে অসমী আইৰ মুখ উজলাওক— ইয়াকে কামনা কৰিলোঁ। এইখিনিতে উল্লেখ কৰা উচিত হব যে নির্ম্মান সমিতিৰ আঁচনি মতে শ্রীমান দুৱৰাই ষোৰহাটৰ স্মৃতি স্তম্ভটোবো নমুনা প্রতীক দিছে আৰু তাতো সেইদৰেই কাম হৈ উঠিছে। ফলক প্রতিষ্ঠাৰ ক্ষেত্রত সততে সক্রিয় সহযোগ কৰি থকা শ্রীযুত (সকল) বীৰেন বৰকটকী, ফুনু বৰুৱা, গিৰিজা প্রসাদ বৰুৱা আৰু দেৱী বৰুৱাৰ নামো উল্লেখযোগ্য। ফলকৰ লিপিবিলাক ডঃ শ্রীযুত নেওগ আৰু শ্রীযুত পৰাগ চলিহাই যুক্ত

কলিকতাত এই ফলক প্ৰস্তুত কৰাত শ্ৰীযুত জয়ন্ত বৰুৱাই খা-খবৰ কৰি তদাবক নকৰা হলে ফলক কিজানি আহি নাপালেহিহেতেন। সেইবাবে শ্ৰীযুত বৰুৱা বিশেষ ধন্যবাদৰ পাত্ৰ। ফলক প্ৰতিষ্ঠাৰ সকলো খিনি কাম কাগজে পত্ৰে ঠিক হোৱাৰ পিচত কাৰ্য্যক্ষেত্ৰত আগবাঢ়িবলগীয়া সময়টো বৰ দুৰ্য্যোগপূৰ্ণ আছিল। সময়টো আছিল দোৰ্ঘোৰ বাৰিষা। কেউফালে বানপানীৰ তাণ্ডৱলীলা আৰু সেই সময়তে শিৱসাগৰ টাউনো দিখৌ নৈৰ বানপানীৰ গৰাহত পৰিব পাৰে বুলি চৰকাৰী সাৱধান বাণীয়ে সকলোৰে অন্তৰত আতঙ্কৰ সৃষ্টি কৰিছিল। এনেকুৱা দুৰ্য্যোগৰ মাজতো দূৰৈৰ পৰা ইটা, বালি আদি বস্তু সৰহ মূল্য দিও সৰবৰাহ কৰিব লগা হৈছিল আৰু স্তম্ভ প্ৰতিষ্ঠা কৰা ঠাইৰ পানী সিঁচি ২ ১৫।২০ ফুটলৈকে খুটা পুতি ২ তাৰ ওপৰত পকাৰ কাম আৰম্ভ কৰা হয় আৰু লগে লগে স্তম্ভৰ কামো হয়। এইবিলাক অনাহুত কাৰণ বিলাকত হিচাপতকৈও বেচি খৰচা পৰা স্বাভাবিক। আমাৰ মনত সেই সময়ত এটা মাত্ৰ ভাব হৈছিল যে বেজবৰুৱা স্মৃতি ফলক শতবাৰ্ষিকী উৎসৱত প্ৰতিষ্ঠা কৰি উলিয়াবই লাগিব। স্মৃতি ফলক প্ৰতিষ্ঠা কৰা ক্ষেত্ৰত এতিয়ালৈকে প্ৰায় চাৰি হেজাৰ টকা খৰচা হৈছে— ইয়াৰ ভিতৰত প্ৰধানকৈ ইটা, বালি, শিল, চিমেণ্ট, বাঁহ, মাৰ্ব্বলফলক ৪খন, মজুৰী আৰু পৰিবহনৰ খৰচা পৰিছে। ইয়াৰ উপৰি ইয়াত স্থায়ী বিজুলী চাকিৰ সংযোগ আৰু শিকলিৰ বেৰা দিবলৈ আছে। এই বিলাকৰ খৰচাও আনুমানিক ১০০০ (এক হেজাৰ টকা) হবগৈ। ৰাইজৰ সঁহাৰি পালে সোনকালে এই কামো হৈ উঠিব বুলি আশা কৰিব পাৰোঁ। ৰাইজসকল, স্মৃতি ফলক প্ৰতিষ্ঠাৰ কাম নিৰ্ম্মান সমিতিৰ তত্বাবধানত চলিছিল আৰু ইয়াৰ সম্পাদক হিচাপে এই থুল মূল বিৱৰণি এটি আপোনা-সকলক জনালোঁ। আজি পুৱা ১০ বজাত এই ফলক উন্মোচন কৰা হ'ল।

ইয়াৰ পিচত আমাৰ ইয়াত কেন্দ্ৰীয় ভাৱে আৰু দুটা অনুষ্ঠান



পতা হৈছে— দুপৰীয়া ৰাজহুৱা সভা আৰু ৰাতিলৈ বেজবৰুৱাৰ নাট অভিনয়।

***ৰাজহুৱা সভা ঃ***— এই সভাত সভাপতিত্ব কৰিবৰ কাৰণে অসমৰ বিখ্যাত নাট্যকাৰ, অসম সাহিত্য সভাৰ প্ৰাণস্বৰূপ আৰু ইয়াৰ প্ৰাক্তন সভাপতি শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকা দেৱক, আৰু সভা উদ্বোধন কৰিবৰ কাৰণে গুৱাহাটী আইন কলেজৰ ভূতপূৰ্ব্ব অধ্যক্ষ, সাহিত্যিক, অসম সাহিত্য সভাৰ বৰ্ত্তমান সভাপতি শ্ৰীযুত জ্ঞাননাথ বৰাদেৱক কেন্দ্ৰীয় সভাই অনুৰোধ কৰে। তেখেত সকলক আৰু বিশিষ্ট অতিথি সকলক পাই আমি আনন্দিত হৈছোঁ।

***নাট্যাভিনয় ঃ***— আজি গধূলিলৈ শিৱসাগৰ নাট্য সমাজে বেজবৰুৱাৰ ৰচিত নাট "জয়মতী" আৰু 'পাচনি" অভিনয় কৰিবলৈ লৈছে। শিৱসাগৰত নাট অনুষ্ঠান পাতিবৰ কাৰণে কেন্দ্ৰৰ ফালৰ পৰা এখনি নাট্য সমিতি গঠন কৰি দিয়ে। এই সমিতিৰ সদস্যসকল হল শ্ৰীযুত (সকল) ফুনু বৰুৱা, পৰাগ চলিহা, আনন্দ বৰুৱা আৰু নাট্য সমাজৰ সম্পাদক। এই সমিতিৰ লগত আঞ্চলিক সমিতিও জড়িত থাকে। শ্ৰীযুত আনন্দ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত সভা পাতি উক্ত দুয়োখন নাট অভিনয় কৰিবলৈ ঠিক কৰে আৰু এই অভিনয় কৰিবলৈ শিৱসাগৰৰ বহু প্ৰশংসিত নাট্য সমাজক অনুৰোধ কৰে— নাট্য সমাজেও অনুৰোধ গ্ৰহণ কৰি প্ৰশংসাৰ পাত্ৰ হয়। মুঠতে কেন্দ্ৰীয় সভাই শতবাৰ্ষিকী পালনৰ উদ্দেশ্যে শিৱসাগৰত যি অনুষ্ঠান পাতিবলৈ আমাৰ ওপৰত ভাৰ দিছিল আমি সেই সকলো খিনিকেই সমাপন কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছোহঁক— ইয়াত কিমানদূৰ সফলতা লাভ কৰিছোঁ কব নোৱাৰো— সেইখিনি আপোনালোক সুধী সমাজে বিচাৰ কৰিব।

**ৰাইজসকল :–** কেন্দ্ৰীয় অনুষ্ঠানৰ বাহিৰেও স্থানীয় ভাৱে আমি পালন কৰা কাৰ্যসূচীৰ বিষয়েও একাষাৰ কব খুজিছোঁ। কালি ৫ অক্টোবৰত পুৱা ৮ বজাত ৰংপুৰ সাহিত্য সভা তথা বেজবৰুৱা শতবাৰ্ষিকী আঞ্চলিক সমিতিৰ কাৰ্য্যালয়ৰ প্ৰাঙ্গনত পতাকা উত্তোলন কৰা হয়। পতাকা উত্তোলন কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰবীণ সাংবাদিক শ্ৰীযুত পদ্মধৰ চলিহাদেৱে। শিৱসাগৰ সেউজীয়া সমাজ সঙ্গীত বিদ্যালয়ৰ শিল্পী সকলে "বাজক শঙ্খ বাজক ডবা" গীতটি পৰিবেশন কৰে।

পতাকা উত্তোলনৰ পিচত ৮-৩০ মিঃ বজাত বেজবৰুৱা চিত্ৰ প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰে নাট্যমঞ্চ আৰু কথাছবিৰ সু-অভিনেতা শিল্পী শ্ৰীযুত ফুনু বৰুৱাই। এই প্ৰদৰ্শনী খনি আঞ্চলিক সমিতিৰ অনুৰোধ ক্ৰমে অলপতে ইয়াৰ স্থানীয় কেইজন মান উদ্যোগী ডেকা শিল্পীয়ে গঠন কৰা "ৰংপুৰ সাংস্কৃতিক সঙ্ঘ" নামেৰে এটি অনুষ্ঠানে পাতিবলৈ আগবাঢ়ি আহে। আজি কেইদিন মানৰ আগতে এই সঙ্ঘই ইয়াত এখনি চিত্ৰ প্ৰদৰ্শনী পাতিছিল আৰু ৰাইজৰ প্ৰভুত প্ৰশংসা লাভ কৰিব পাৰিছিল। এই খিনিতে এই অনুষ্ঠানৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ। কালি ইয়াৰ পিচৰ অনুষ্ঠান আছিল বন্তি প্ৰজলনৰ। এই বিষয়ে ৰাইজক অনুৰোধ জনোৱাত কালি সকলোতে বন্তি প্ৰজলন কৰি পুণ্যাত্মা বেজবৰুৱা ডাঙৰীয়াৰ প্ৰতি শ্ৰদ্ধা জনায়।

*পুঁজি সংগ্ৰহ :—* আগতে উল্লেখ কৰি অহা আঞ্চলিক সমিতিৰ বিষয়ববীয়া সকলে পুঁজি সংগ্ৰহৰ নামত যি ৬০০০ (ছয় হেজাৰ) টকা সংগ্ৰহ কৰিছিল সেই সকলো খিনি এই অনুষ্ঠান বিলাকৰ বিভিন্ন শিতানত খৰচ কৰাৰ উপৰিও আৰু ভালেমান খৰচ বাকী



পৰি আছে। এই বিষয়ে ৰাইজৰ সহায় সহানুভূতিৰ ওপৰত আশ্বাস ৰাখিছোঁ।

শলাগ— ৰাইজসকল, কাৰ্য্য বিবৰণি প্ৰায় শেষ হৈ আহিছে। এতিয়া আমাৰ এই অনুষ্ঠানবিলাক পাতিবৰ কাৰণে ৰাইজৰ যি সহায় সহানুভূতি পাইছো সেই সকলোলৈকে আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। ৰাইজৰ সহযোগ নহলে কোনো কাম সম্পন্ন কৰিব নোৱাৰি। আমি গঠন কৰি দিয়া বিভিন্ন সমিতি, উপ-সমিতি বিলাকে নিজৰ দায়িত্ব পালন কৰি আমাক সহায় কৰিছে সেই সকললৈ সমূহীয়াকৈ শলাগ জনোৱা হ'ল। আমাৰ প্ৰকাশিত অনুষ্ঠানৰ পৰিচিত্তত বিভিন্ন সমিতি, উপ-সমিতি, সদস্যসকলৰ নাম প্ৰকাশ পাইছে। এইখিনিতে আপোনাসকলক জনাওঁ যে এইবিলাক কাম পৰিচালনা কৰিবলৈ প্ৰথমতে আমাৰ নিজা কোনো কাৰ্য্যালয় নাছিল। লক্ষ্মীনাথ বেজবৰুৱা শিশু-ভৱনৰ কৰ্তৃপক্ষই ভৱনৰ কোঠা এটি দি আমাৰ অভাৱ পুৰণ কৰাত তেখেতসকলৰ শলাগ লৈছোঁ। কাৰ্য্যালয়ৰ কাৰণে অস্থায়ীকৈ হলেও চকী, মেজ দি সহায় কৰাত কালীপ্ৰসাদ স্মৃতি ভৱনৰ সম্পাদক আৰু গান্ধী স্মাৰক নিধিৰ সম্পাদক এই দুয়োজনৰ শলাগ লোৱা হ'ল। শিৱসাগৰ পাঠাগাৰ আৰু পুথিভঁৰালৰ যি চকী, বেঞ্চ, আলমাৰী আদি আছিল সেই সকলোখিনি ৰংপুৰ সাহিত্য সভালৈ দান দিয়াত আমাৰ ডাঙৰ অভাৱ এটা পুৰণ হল। এইখিনিতে পুথিভঁৰালৰ সভ্যসকললৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। এনেকৈয়ে ইপদ সিপদ বস্তু গোটাই কাৰ্য্যালয়টি খোলা হ'ল আৰু তাতে শতবাৰ্ষিকীৰ কাম পৰিচালনা কৰিবলৈ আৰম্ভ কৰা হ'ল। পুঁজি সংগ্ৰহৰ ক্ষেত্ৰত আমাক বিশেষ ভাৱে সহায় কৰা এইসকল লোক আৰু অনুষ্ঠানৰ শলাগ আমি নলৈ নোৱাৰিলোঁ। যেনে— শিৱসাগৰ কলেজ, শিৱসাগৰ ছোৱালী কলেজ, জাঁজী কলেজ, মনিৰাম দেৱান কলেজ চাবিং, মৰাণ কলেজ, গড়গাঁও কলেজ, সমবায় প্ৰশিক্ষণ কেন্দ্ৰ, পঞ্চায়তী

সমূহ, আৰু শ্ৰীযুত (সকল) জগদীশ বৰুৱা, হৰেন ধৰা, লীলা বৰদলৈ, হৰেশ চাংকাকতি, পদ্মপলাস সেনাপতি, শৰৎচন্দ্ৰ গোস্বামী, যোগেশ নেওগ, ঈশানন্দ শৰ্ম্মা ফুকন, চৈঃ ইউচুফ ৰহমান, প্ৰভাত চেতিয়া, দিলীপ দাস, মনমোহন দাস, ডাঃ নবেন্দ্ৰ বৰঠাকুৰ, বিপিন ডেকা, অমৃত ফুকন, হৰীশ ভৰালী, হেমন্ত বৰদলৈ, দূৰ্গেশ্বৰ বৰদলৈ, বি, পুৰকায়স্থ, উমা গোস্বামী, ললিত হাজৰিকা, ঘনকান্ত বৰুৱা, মহেন্দ্ৰ প্ৰসাদ দত্ত, পৰমা বৰা, ভগৱান দত্ত, দেবেশ শৰ্ম্মা, খগেশ্বৰ কাকতি, ত্ৰিলোচন দত্ত, অনঙ্গ শৰ্ম্মা, অনিল হাজৰিকা, দিব্য বড়া, শিৱসাগৰ প্ৰচাৰ বিভাগ, কৃষি বিভাগ, জীৱন বীমা কাৰ্য্যালয় আদি। স্থানীয় কথাছবি গৃহ দুটাৰ যোগে ৰাইজলৈ পুঁজি সংগ্ৰহৰ গোহাৰি জনোৱা হৈছিল— তেখেতসকলে বিনামূল্যে গোহাৰি প্ৰদৰ্শন কৰা কাৰণে শলাগ লৈছো। শিৱসাগৰ পৌৰ সভাই আলি-পদুলিবিলাকৰ নাম বিশিষ্ট ব্যক্তিৰ নামেৰে, আমোলাপটিৰ শিশু উদ্যানক 'লক্ষীনাথ বেজবৰুৱা সোৱঁৰণী উদ্যান' নামেৰে বিভূষিত কৰাত আৰু বেজবৰুৱা ডাঙৰীয়াৰ বগা মাৰ্ব্বলৰ মূৰ্ত্তি এটি দিবলৈ যো-জা কৰাত তেখেতসকলৰ শলাগ নলৈ নোৱাৰিলো। বিভিন্ন দিশত সহায় সহযোগ কৰাত শিৱসাগৰ মহকুমাৰ মহকুমাধিপতি, শাখা সাহিত্য সভাবিলাক, সেউজীয়া সমাজ সঙ্গীত বিদ্যালয়ৰ শিল্পীসকল, শিৱসাগৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ সমাজ, অধ্যক্ষ চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়, জন সম্পৰ্কৰক্ষী আৰু প্ৰচাৰবিভাগ, আৰু শিল্পী শ্ৰীমান ভূপেনকোঁৱৰ আদি সকলোলৈকে আমাৰ আন্তৰিক শলাগ জনাইছো।

"ৰাইজে নখ জোকাবিলে নৈ বয়" এই নীতি সাৰোগত কৰি আমি প্ৰায়বিলাক লোকৰ ওচৰত পুঁজি সংগ্ৰহৰ আবেদন জনাইছিলো আৰু সকলোৱেই অকুণ্ঠ চিত্তে দান-বৰঙণি, বুদ্ধি-পৰামৰ্শৰে আমাক সহায় আৰু উদগনি দিয়াত নিৰাশাৰ মাজতো আশাৰ পোহৰ দেখা গৈছিল। সেই দান বৰঙণিৰে সহায় কৰা সকলোখিনি ৰাইজলৈকে হিয়াভৰা কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। আমি এটা কথা অনুভৱ কৰিব পাৰিছিলো যে সাহিত্য সভা তথা বেজবৰুৱাৰ শতবাৰ্ষিকী ...



আমাক বিমুখ কৰা নাছিল, কিন্তু তাকে সংগ্ৰহ কৰিবলৈ আমাৰ সময়ত কৰ্ম্মীৰ অভাৱ হৈ পৰে। তথাপি জাতি, বৰ্ণ, ধৰ্ম্ম নিৰ্বিশেষে সকলো অসমীয়া, ন-অসমীয়া লোকেই আমাক সহায় কৰিছে— এয়ে সাহিত্যসভাৰ প্ৰতি ধাউতি থকাৰ চিন পৰিলক্ষিত হয়; আৰু ই জাতিৰ শুভ-লক্ষণ।

শতবাৰ্ষিকীৰ নিচিনা মহৎ উৎসৱ এটাৰ দায়িত্ব পালন কৰিবলৈ যাওঁতে হয়তো কাৰবাৰ ওচৰত কিবা অপৰাধো লগাব পাৰো, আমাৰ ব্যৱহাৰত হয়তো কোনোৱে কোনোৱে অসন্তোষো পাব পাৰে সেই সকলো বিলাক বেজবৰুৱা জন্ম শতবাৰ্ষিকী পালন কৰালৈ চাই আমাক নিজ গুণে ক্ষমা কৰে যেন, এয়ে আপোনা-সৱৰ ওচৰত আমাৰ সবল মিনতি।

শেষত অসমীয়া ভাষা সাহিত্যৰ উন্নতি আৰু হকৰ অৰ্থে একালত প্ৰৱাসত থাকিও নিৰ্ভীক ভাবে বুকু ফিন্দাই কাপ হেন অস্ত্ৰ হাতত লৈ বিপক্ষৰ লগত যুঁজ দিওঁতা সাহিত্যিক বীৰ সাহিত্যৰথী, ৰসৰাজ, আৰু পৰম বৈষ্ণৱ বেজবৰুৱা ডাঙৰীয়াৰ স্মৃতি সুৱঁৰি তেখেতৰ চৰণত সেৱা জনাই আমাৰ এই বেজবৰুৱা শতবাৰ্ষিকীৰ নীৰস কাৰ্য্য-বিবৰণিৰ ওৰ পেলালোঁ।

অসমীয়া ভাষা সাহিত্যৰ জয় হওক,
চিৰ চেনেহী মোৰ মাতৃভাষা। ইতি—

আপোনাসৱৰ সেৱক
শ্ৰীবসন্ত লাল দুৱৰা,
প্ৰধান সম্পাদক,
আঞ্চলিক সমিতি
লক্ষীনাথ বেজবৰুৱা জন্ম শতবাৰ্ষিকী শিৱসাগৰ।

শিৱসাগৰ
৬।১০।৬৮

শিৱসাগৰ বাঁহী প্ৰেছত মুদ্ৰিত আৰু আঞ্চলিক সমিতিৰ প্ৰচাৰ বিভাগৰ হৈ
শ্ৰীজগত চেতিয়া আৰু শ্ৰীগুণ বৰুৱাৰ দ্বাৰা প্ৰকাশিত।

# লক্ষ্মীনাথ বেজবৰুৱা জন্ম শত বাৰ্ষিকী

## আঞ্চলিক সমিতি
## শিৱসাগৰ



জন্ম ১৭৯০ শক

মৃত্যু ১৯৩৮ খৃ

**"বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল।
অসমআকৌ উন্নতি পথত, জয় আই অসম বোল"॥**

কৃতজ্ঞতা প্ৰকাশ

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম শত বাৰ্ষিকীৰ বাবে যি সকল সদাশয় লোকে দান-বৰঙণি আৰু সহায়-সহযোগ আগবঢ়াই আমাক প্ৰেৰণা দিছে সেই সকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো। বেঃ আঃ সঃ

পুস্তিকাৰ সম্পাদনা সমিতি

শ্ৰীপ্ৰফুল্লকুমাৰ বৰুৱা
" ইমৰান শ্বাহ
" বিভুতি চলিহা
" জগত চেতিয়া } যুটীয়া সম্পাদক
" অৰুণ কাকতী



'মাতৃভাষাৰ উন্নতিয়েই আমাৰ দেশৰ উন্নতি— আমাৰ স্বজাতিৰ উন্নতি; এই মাতৃভাষাৰ সেৱাই আমাৰ দেশৰ সেৱা আমাৰ জাতীয় জীৱনৰ আনন্দৰ বিজয় পতাকা, আমাৰ লুপ্ত গৌৰৱৰ পুনৰুত্থাপন— আমাৰ জীৱন কৰ্ত্তব্যৰ শিৰৰ মুকুট

  

"অসমীয়া ভাষাৰ উন্নতি, অসমীয়া সাহিত্যৰ উন্নতি, অসমৰ উন্নতিৰ প্ৰথম ঢাপ।"

  

"দেশৰ উন্নতিৰ লগে লগে ভাষাৰ উন্নতি আৰু ভাষাৰ উন্নতিৰ লগে লগেই দেশৰ উন্নতি।"

"দেশক উন্নতি আৰু সমৃদ্ধশালী কৰিবলৈ হলে আমাৰ উঠি অহা ডেকা সকলৰ চাকৰীৰ আশাতকৈ স্বাধীন ব্যৱসায় - বাণিজ্যৰ ফালেহে ধাউতি হোৱা উচিত।"

—বেজবৰুৱা—

বহুত কালৰ পিছ

আজি

মনত পেলাইছো

আমি যুগে যুগে সুৰঁৰিম
আৰু আজিও সুৰঁৰিছোঁ ঃ

আমি অসমীয়া, নহওঁ দুখীয়া,
কিহৰ দুখীয়া হম ?
সকলো আছিল, সকলো আছে
নুগুনো নলওঁ গম ।
শঙ্কৰে দিলে বিশুদ্ধ ধৰম,
লাচিতে বাহুত বল ।
সতী জয়মতীৰ সতীত্ব তেজেৰে,
অসমী সতী প্ৰবল ।
বাজক ডবা, বাজক শঙ্খ
বাজক মৃদং খোল ।
অসম আকৌ উন্নতি পথত
'জয় আই অসম' বোল ।

=O=



# বেজবৰুৱাৰ কালজয়ী ৰচনা সমূহ

কদমকলি ১৯১৩ খৃঃ

লিতিকাই ১৮৯০; নোমল ১৯১৩; পাচনি ১৯১৩; চিকৰপতি নিকৰপতি ১৯১৩; জয়মতী কুঁৱৰী ১৯১৫; বেলিমাৰ ১৯১৫; চক্ৰধ্বজ সিংহ ১৯১৫; গদাধৰ সিংহ ১৯৬৬ ।

পদ্মম কুঁৱৰী ১৯১৫ ।

সুৰভি ১৯১৫; সাধুকথাৰ কুকি ১৯১০; জোনবিৰি ১৯১৩ ।

ককাদেউতা আৰু নাতিলৰা ১৯১২; বুঢ়ীআইৰ সাধু ১৯১১; জুনুকা ১৯১০ । কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা ১৯০৪, কৃপাবৰ বৰুৱাৰ ওভতনি ১৯০৯; বৰবৰুৱাৰ ভাৱৰ বুৰবুৰণি ১৯৫১; বৰবৰুৱাৰ বুলনি ১৯৬৪ ।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ ১৯১৫; শ্ৰীশঙ্কৰদেৱ-১৯১১; ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱনী ১৯০৯; বেজবৰুৱাৰ বংশাৱলী ।

শ্ৰীভগৱৎ কথা ১৯১৫, তত্বকথা ১৯৬৬; শ্ৰীকৃষ্ণকথা ।

কামত কৃতত্ব লভিবৰ সঙ্কেত ১৯০৩; বাখৰ ১৯১৪; সভাপতিৰ অভিভাষণ ; ছাত্ৰ সন্মিলন ১৯১৬; অসম সাহিত্য সভা ১৯২৪; ভাৰতবৰ্ষৰ বুৰঞ্জী ; হাঁহি ধেমালি ; অসমীয়া ভাষা আৰু সাহিত্য ইত্যাদি ।

## ফলকত ৰূপায়িত হৈছে

বাজক ডবা বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ উন্নতি পথত
জয় আই অসম বোল।

অ' মোৰ ওপজা ঠাই,
অ' মোৰ অসমী আই,
চাই লওঁ এবাৰ মুখনি তোমাৰ
হেঁপাহ মোৰ পলোৱা নাই।

স্বদেশ আৰু স্বজাতিৰ মঙ্গল মন্দিৰৰ
সিংহ-দুৱাৰ হৈছে মাতৃভাষা।

জন্মঃ ১৭৯০ শক মৃত্যুঃ ১৯৩৮ চন

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

---

স্মৃতি ফলক নির্ম্মাণ সমিতিৰ প্রস্তাৱ অনুযায়ী
ফলকক জীৱন্ত ৰূপদান দিলে
শিল্পী শোভাকৰ ডুৱৰাই।

## বিভিন্ন অনুষ্ঠানৰ কাৰ্য্য-সূচী

১৮ আহিন, ইং৫ অক্টোবৰঃ শনিবাৰ

পুৱা ৮বজাত পতাকা উত্তোলন

স্থানঃ— আঞ্চলিক সমিতিৰ কাৰ্য্যালয়
পতাকা উত্তোলন কৰিব অসম সাহিত্য সভাৰ প্ৰাক্তণ সভাপতি প্ৰৱীণ সাংবাদিক শ্ৰীপদ্মধৰ চলিহাদেৱে।

পুৱা ৮–৩০ বজাত প্ৰদৰ্শনী উন্মোচন

স্থানঃ—শিৱসাগৰ চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়
উন্মোচন কৰিব প্ৰখ্যাত নাট্য শিল্পী শ্ৰীফুনু বৰুৱাই।
প্ৰদৰ্শনীৰ আয়োজন কৰিছে
ৰংপুৰ সাংস্কৃতিক সংঘই
প্ৰদৰ্শনী ডুৱাৰ পুৱা ৮–৩০ ৰ পৰা
৫ আৰু ৬অক্টোবৰ দুয়োদিনাই
গধূলি ৬বজালৈ মুকলি থাকিব

১৯ আহিন ৬ অক্টোবৰ ঃ দেওবাৰ

পুৱা ১০ বজাত স্মৃতি ফলক উন্মোচন

স্থানঃ— আমোলাপটিত থকা লক্ষ্মীনাথ বেজবৰুৱা সোৱঁৰণী উদ্যান

দুপৰীয়া ১–৩০ বজাত ৰাজহুৱা সভা

সভাপতি— অসম সাহিত্য সভাৰ প্ৰাক্তণ সভাপতি শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

উদ্বোধক— অসম সাহিত্য সভাৰ সভাপতি শ্ৰীজ্ঞান নাথ বৰা

গধূলিঃ—শিৱসাগৰ নাট্য মন্দিৰত বেজবৰুৱাৰ নাটক অভিনয়।

# বেজবৰুৱা জন্ম শত বাৰ্ষিকী আঞ্চলিক কাৰ্য্যকৰী সমিতি, শিৱসাগৰ

১। শ্ৰীপদ্মধৰ চলিহা, মুখ্য উপদেষ্টা
২। ,, বীৰেণ বৰকটকী, সভাপতি
৩। ,, বসন্তলাল ছুৱৰা, প্ৰধান সম্পাদক
৪। ,, গিৰিজাপ্ৰসাদ বৰুৱা, কোষাধ্যক্ষ
৫ ,, ইমৰাণ শ্বাহ
৬। ,, জগত চেতিয়া } সহযোগী সম্পাদক
৭। ” গুণ বৰুৱা
৮। ,, পুষ্পধৰ চলিহা
৯। ,, প্ৰফুল্লচন্দ্ৰ বৰুৱা
১০। ,, পৰাগ চলিহা
১১। ,, ফুনু বৰুৱা
১২। ,, আনন্দ বেজবৰুৱা
১৩। ,, চাৰল ৰাম খেমকা
১৪। ,, ডাঃ জগন্নাথ বৰুৱা
১৫। ,, পতিত পাবন দাস
১৬। ,, চাইফট দৌল্লা
১৭। ” ডাঃ চৈঃ লতিফুৰ ৰহমান
১৮। ” ৰাজাৰাম মিশ্ৰ
১৯। ” জগদীশ বৰুৱা
২০। ” দিলীপ দাস
২১। শ্ৰীপ্ৰফুল্ল দত্ত
২২। ,, মহেন কটকী
২৩। ,, যোগেন চেতিয়া
২৪। ,, ফুলেশ্বৰী দত্ত
২৫। ,, তোযেশ্বৰ দত্ত
২৬। ,, খগেন্দ্ৰনাথ ভূঞা
২৭। ,, সোমেশ্বৰ দত্ত
২৮। ,, প্ৰফুল্ল বেজবৰুৱা
২৯। ” মুহিৰাম শইকীয়া
৩০। ’ বত্ন কোঁৱৰ
৩১। ” গোবিন্দ চন্দ্ৰ বৰুৱা
৩২। ,, লীলা বৰদলৈ
৩৩। ” প্ৰফুল্লকুমাৰ বৰুৱা
৩৪। ” লীলা গগৈ
৩৫ ’ খগেন গগৈ
৩৬। ” মেলিনা ৰামস্বামী
৩৭। ,, দীপালী চলিহা
৩৮। ,, চন্দ্ৰপ্ৰভা বৰুৱা
৩৯। ,, দেববালা দত্ত ।



## বিভিন্ন উপ সমিতিৰ পৰিচয়

### মুকলি অধিবেশন

প্ৰস্তুতি সমিতি

১ শ্ৰীমুহিৰাম শইকীয়া
২। ” ইমৰান শ্বাহ
৩। ” লীলা গগৈ
৪। ” নাৰায়ণ চন্দ্ৰ বৰুৱা
৫। ” জগত চেতিয়া } যুটীয়া সম্পাদক
৬। ” গুণ বৰুৱা

### শোভা যাত্ৰা সমিতি

১। শ্ৰীলীলা বৰদলৈ
২। ” শশী দত্ত
৩। ” ললিত হাজৰিকা
৪। ” দলিলুৰ ৰহমান
৫। ,, লোকনাথ কাকতি
৬। ” ৰাধা বৰুৱা
৭। ,, খগেন ভূঞা
৮। ,, শিশিৰ কুমাৰ কলিতা

### স্মৃতি ফলক

শ্ৰী পৰাগ চলিহা
” ফুনু বৰুৱা
” লীলা গগৈ
” বসন্তলাল ছুৱৰা, আহবায়ক
” বীৰেণ বৰকটকী
,, শোভাকৰ ছুৱৰা
,, গিৰিজাপ্ৰসাদ বৰুৱা
” মনমোহন দাস

### প্ৰচাৰ বিভাগ

শ্ৰীজগত চেতিয়া

### পুঁজি সংগ্ৰহ

১। শ্ৰীৰাজাৰাম মিশ্ৰ
২। ,, ঈশানন্দ শৰ্ম্মা ফুকন
৩। ,, দিলীপ দাস
৪। ,, জগদীশ বৰুৱা
৫। ,, পৰশুৰাম বৰুৱা
৬। ,, গিৰিজাপ্ৰসাদ বৰুৱা
৭। ,, মনমোহন দাস
৮। ,, কালীপ্ৰসাদ চন্দ
৯। ,, বি, পুৰকায়স্থ
১০। ,, বৈদ্যনাথ বৰপুজাৰী
১১। ,, দেবী মজিন্দাৰ বৰুৱা
১২। ,, ফুলেশ্বৰী দত্ত
১৩। ,, ডাঃ নৰেণ বৰঠাকুৰ
১৪। ,, চাইফট দৌল্লা
১৫ ,, খগেন গগৈ
১৬। ,, হেম বৰুৱা

### প্ৰদৰ্শনী

ঃৰংপুৰ সাংস্কৃতিক সংঘৰ সৌজন্যতঃ

( উপদেষ্টা সমিতি )

১। শ্ৰীবিভূতি চলিহা, } আহবায়ক
২। ,, অৰুণ কাকতি
৩। ,, দীপালী চলিহা
৪। ,, মেলিনা ৰামস্বামী
৫। ,, শৰৎ মহন্ত

ৰংপুৰ সাংস্কৃতিক সঙ্ঘৰ বিষয় ববীয়াসকল

৬। শ্ৰীগোবিন্দ ৰাজখোৱা, সভাপতি
৭। ,, মঞ্জু দেবী, উপ ”
৮। ,, দেবেশ শৰ্ম্মা, সম্পাদক
৯। ” ৰবীন কটকী } সহঃ যুঃ সঃ
১০। ” ললিত বৰুৱা
১১। ,, গোবিন বৰুৱা ধন ভৰালি
১২। ” উপেন বৰা

## নাট্যানুষ্ঠান

কেন্দ্ৰীয় সমিতি

১। শ্ৰীআনন্দচন্দ্ৰ বৰুৱা
২। " ফুনু বৰুৱা
৩। " পৰাগ চলিহা

অভিনয় ব্যৱস্থাপনা।

নাট্য সমাজৰ সৌজন্যত

১। শ্ৰীপ্ৰফুল্লকুমাৰ বৰুৱা
২। " মহেন কটকী ঃ সম্পাদক
৩। " যোগেন চেতিয়া
৪। " বিভুতি চলিহা
৫। " অৰুণ কাকতি
৬। " মুন বৰুৱা
৭। " বিভুতি ভুষণ বৰুৱা
৮। " আনচাৰ আহমদ
৯। " হৰেণ শৰ্ম্মা

## বৰ্ত্তি প্ৰজ্বলন

১। শ্ৰীতাৰিণীচৰণ শৰ্ম্মা
২। " প্ৰফুল্ল বেজবৰুৱা, আহ্বায়ক
৩। " দেৱবালা দত্ত
৪। " চন্দ্ৰপ্ৰভা বৰুৱা
৫। " হেমলতা বৰুৱা
৬। " আদিত্য বৰুৱা
৭। " অজিৎ বৰপূজাৰী

## তোৰণ

১। জেহিৰুদ্দিন আহমদ হাজৰি
২। " খগেন ভূৰবা
৩। " ৰাধাকৃষ্ণ আগৰৱালা, সভ
৪। " ভৰত বৰুৱা, যুঃ সঃ
৫। " ধূৰ্জ্জতিপ্ৰসাদ বৰুৱা, যুঃ স
৬। " মানস চলিহা
৭। " জ্যোতি হাজৰিকা
৮। " খগেন ভূৰবা

## আহাৰৰ ব্যৱস্থা

১। শ্ৰী গোবিন্দচন্দ্ৰ বৰুৱা
২। " বীৰেন হাজৰিকা
৩। ,, সাগৰ বৰুৱা
৪। ,, সিদ্ধেশ্বৰ বৰুৱা
৫ ,, ফুলেশ্বৰী দত্ত
৬। মেলিনা ৰামস্বামী, আহ্বায়
৭। " গিৰীশ গোস্বামী
৮। ,, দেৱবালা দত্ত
৯। ,, দীপালী চলিহা
১০। " চন্দ্ৰপ্ৰভা বৰুৱা

## ঃ কাৰ্য্যালয়ৰ দায়ি

১। শ্ৰীঘন হাজৰিকা

---

বেজবৰুৱা বংশধৰ সকলে ৬ অক্টোবৰৰ দিনা দুপৰীয়া আহাৰৰ ব্যৱস্থা কৰিছে অতিথি-প্ৰতিনিধি সকলৰ বাবে।

২৪।৮।৮২

# ভূপেন্দ্ৰ সঙ্গম

সম্পাদক

## শ্ৰীপাপুল বৰা

নগাঁও জিলা ভূপেন্দ্ৰ সঙ্গীত সমিতি

# সম্পাদকীয়

অসমৰ সুযোগ্য সন্তান, বিশ্ববিশ্ৰুত শিল্পী সুৰ সম্ৰাট ড° ভূপেন হাজৰিকাকলৈ যিমান বেচি আলোচনা বিলোচনা, তৰ্ক বিতৰ্কৰ সৃষ্টি হৈছে সম্ভৱতঃ জীৱিত অৱস্থাতে পৃথিৱীৰ কোনো শিল্পীকলৈ ইমান বেছি তৰ্ক-বিতৰ্ক, আলোচনা সমালোচনাৰ সৃষ্টি হোৱা নাই। শিল্পী গৰাকীক লৈ হোৱা এনে আলোচনা বিলোচনাৰ মূলতে আছে শিল্পীজনাৰ সকলো সৃষ্টিকৰ্মৰ সৈতে সমসাময়িক সচেতন মানুহৰ একাত্মবোধৰ পৰিচয়। কিন্তু অত্যন্ত দুৰ্ভাগ্যজনক এই যে কিছুদিন ধৰি লক্ষ্য কৰা গৈছে যে এটা বিশেষ গোষ্ঠীয়ে প্ৰণালীবদ্ধ ভাৱে ভূপেন হাজৰিকাৰ বিৰুদ্ধে অশ্লীল চিঞৰবাখৰ লগাইছে। উদ্দেশ্য যিয়েই নহওঁক লাগে এটা কথা স্পষ্ট যে উক্ত গোষ্ঠীটোৰ সুস্থ সাংস্কৃতিক মূল্যবোধ বোলা বস্তুটোৰ অভাৱ। গণশিল্পী ড° ভূপেন হাজৰিকাৰ গীতৰ সমালোচনা হোৱাতো নিতান্ত প্ৰয়োজন। কিন্তু সমালোচনাৰ নামত কেৱল নিন্দাই শিল্পীজনাৰ অনুভূতিক আঘাট কৰাৰ উপৰিও জনসাধাৰণকো বিভ্ৰান্ত কৰে। জনগণৰ শিল্পী ড° ভূপেন হাজৰিকা লক্ষ্যভ্ৰষ্ট হোৱাটো কোনেও নিবিচাৰে, কিন্তু সেই বুলি কটু সমালোচনাই শিল্পীজনাৰ আবেগত আঘাট হানিলে জনগণৰে ক্ষতি হব বেচি। আশা ৰাখিছো অসমীয়া সমাজখনে ড° হাজৰিকাক প্ৰাপ্য সন্মানকণৰ পৰা বঞ্চিত নকৰিব। মৃত্যুৰ পিছত (ড° হাজৰিকা দীৰ্ঘজীৱি হওক) বন্ধোৱা ছবিৰ সন্মুখত ধূপ-ধুনা জ্বলাই প্ৰশস্তি গোৱাতকৈ জীৱিত অৱস্থাতে ড° হাজৰিকাক উৎসাহ যোগাওক নৱ নৱ সৃষ্টিৰ বাবে, (এই ক্ষেত্ৰত অসমীয়া জাতিয়ে ড° হাজৰিকালৈ জনোৱা সন্মান জাতিৰ বাবে শুভলক্ষণ)। প্ৰসঙ্গক্ৰমে উল্লেখ কৰো যে বিভিন্ন ঠাইত আয়োজন কৰা ভূপেন হাজৰিকাৰ 'সঙ্গীত সন্ধিয়া'ৰ উদ্যোক্তাসকলে টিকেটৰ হাৰ যথাসম্ভৱ সস্তীয়া কৰক। ১০ টকীয়া, ২০ টকীয়া টিকেট লৈ ভূপেন হাজৰিকাৰ গীত শুনিবলৈ, কণ্ঠ শুনিবলৈ, হাজৰিকাৰ ভাষাত শীতৰে সেমেকা ৰাতি তুহ জুই ফুঁৱাই থকা বস্ত্ৰবিহীন কোনোবা খেতিয়কৰ বা কোনোবা দিনমজুৰৰ বা কোনোবা আৰ্তজনৰ আৰু সেই সকলৰ সামৰ্থ নাই সি সকলৰ বাবেই ড° হাজৰিকাই উদাত্ত কণ্ঠেৰে গাইছে সৰ্বহাৰাৰ সৰ্বস্ব পুনৰ ফিৰাই আনিম বুলি। বাস্তৱক্ষেত্ৰত এইচাম লোকৰ সৈতে সম্পৰ্ক বিৰ্বজ্জিতহৈ ড° হাজৰিকাই কেৱল সুৰৰ মায়াজালেৰে সাৰ্থক গণ-সংগীত বা গণ-সাহিত্যৰ সৃষ্টি কৰিব নোৱাৰিব। আৰু তেতিয়া ভৱিষ্যতৰ ইতিহাসত ড° ভূপেন হাজৰিকা হয়তোবা প্ৰকৃত গণ-শিল্পীৰূপে পৰিগণিত নহবও পাৰে। গণ-শিল্পী ভূপেন হাজৰিকাক উচ্চবিত্ত বা মধ্যবিত্ত শ্ৰেণীটোৰ মাজতে আৱদ্ধ ৰখাৰ বিপৰীতে জনগণৰ ওচৰ সম্পৰ্কলৈ অনাৰ ক্ষেত্ৰত এনে সঙ্গীত সন্ধিয়াৰ আয়োজন কৰা সংগঠনৰ উদ্যোক্তা সকলৰ অনেক দায়-দায়িত্ব আছে। ভগৱানে এই শিল্পীজনাক সুস্বাস্থ্যৰে দীৰ্ঘায়ু কৰক, শিল্পীজনাৰ কণ্ঠই আমাক দিয়ক বৰ্জসম শক্তি আৰু প্ৰেৰণা।

কৃতজ্ঞতাৰে চুআৰাৰ :— ভূপেন্দ্ৰ সঙ্গীত সমিতিৰ কাৰ্যালয়ৰ বাবে ড° ভূপেন হাজৰিকাৰ প্ৰতিচ্ছবিখন আঁকি দিয়াৰ বাবে উদীয়মান চিত্ৰশিল্পী শ্ৰীৰজনী শৰ্মালৈ আৰু স্মৰণিকাখনৰ নামৰ নক্সাটি আঁকি দিয়াৰ বাবে যশস্বি চিত্ৰশিল্পী শ্ৰীকিৰণ শংকৰ ৰয়লৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। সম্পাদনাৰ ক্ষেত্ৰত কৰা সহায় সহযোগিতাৰ বাবে সৰ্বশ্ৰী শ্ৰীমন্ত বৰা, মুকুল দাস, পৰাণ কুমাৰ বৰুৱা, সমীৰ কুমাৰ মহন্ত, দেৱাশীষ গোস্বামী, জয়ন্ত তামুলী, মৃদুল শৰ্মা, অনুপ দাস, বিনোদ দাস আদিলৈ কৃতজ্ঞতা থাকিল। প্ৰকৃততে 'ভূপেন্দ্ৰ সঙ্গম'ৰ সম্পূৰ্ণ কৃতিত্ব উপৰুক্ত সহকৰ্ম্মীসকলৰহে।

ছপা কামখিনি আন্তৰিকতাৰে কৰি দিয়াৰ বাবে 'অণিমা প্ৰিন্টিং ওৱাৰ্কচ'ৰ স্বত্বাধিকাৰী তথা সমূহ কৰ্মীবৃন্দলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

শেষত অনিচ্ছাকৃত ভুল ত্ৰুটিৰ বাবে ক্ষমা প্ৰাৰ্থনাৰে—

—শ্ৰীপাপুল বৰা

কিশলয় সাংস্কৃতিক গোষ্ঠীলৈ

ড° ভূপেন হাজৰিকাৰ আশীষ বাণী।

★ জাতিৰ এই সন্ধিক্ষণত কিশলয়ে যোৱা তিনিটা বছৰে কেইবাটাও সাংস্কৃতিক আঁচনি সফল কৰা বুলি শুনি বৰ আনন্দ পালো। এতিয়া এই অহা মে' মাহত শংকৰী কলা, সাহিত্য আদিৰ সন্দৰ্ভত কৰিবলৈ লোৱা সকলো কাম যেন শুভ হয়, অৰ্থপূৰ্ণ হয় আৰু প্ৰেৰণা মূলক হয় তাকে অন্তৰৰে আশা কৰিলো।

তাৰিখ— ২।৫।৮২

★ মোৰ অতি মৰমৰ কিশলয় -

তোমালোক সমাজৰ পথাৰত নতুনৰ অংকুৰ। তোমালোকৰ কাৰ্য্য আঁচনিসমূহ সুন্দৰ। অদূৰ ভবিষ্যতত পাতিব খোজা তোমালোকৰ ৺বিষ্ণু ৰাভা দিবস আৰু লগতে মোৰ গীতৰ বিষয়ে আলোচনাৰ আঁচনি সফল হওঁক॥ এই আশীষ আৰু শুভ কামনাৰে।

তাৰিখ— ৪।৬।৮২

★ কিশলয়—

তোমালোকে মোৰ গীতৰ বিষয়ে বিচাৰ বিশ্লেষণ কৰিব খুজিছা। মোৰ বেয়া গানবোৰ দলিয়াই পেলাবা ভালবোৰ মৰম কৰিবা। মোৰ অন্তৰৰ পৰা আজি আশীৰ্ব্বাদ কৰিছো শংকৰ-মাধৱ, আজান, জ্যোতি-বিষ্ণু আদিৰ পৰম্পৰা ৰক্ষাৰ প্ৰচেষ্টাত তোমালোক যেন সফল হোৱা॥ পুনৰ মৰমেৰে—

(স্বাঃ) ভূপেন হাজৰিকা।

তাৰিখ— ৪।৭।৮২

# দানসীৰাং হৰাও হাসামীমি হায়াও।

● মুশ্ৰী গিৰীন্দ্ৰ ব্ৰহ্ম দৈমাৰী।

দানসীৰাং হৰাও হাসামীমি হায়াও
জিলি-জিলি গলাইয়ৌ
বীহৈনা বাৰখীলৌ কুজুমু দেলৌ-মালৌ
সোমায়না মালথী ছিৰিয়ৌ
বে ৰাজিয়া আংনি খাথৌছিনি
নালে-নালে লাবীয়ৌ গীদান সাওমী
জোংনি গামিনি সোনাদি ছায়াও
হাথাৰাইআ গেলেফৈয়ৌ,
মিজিংনি আলাৰী জাৱৌ
নিখাওৰীনি ন-নহা
বিখৌ নুনানৈ খীমছিক্ৰা
জোংমি গামি নাগাৰৌ ;
জোংনি ৰাজিনি বীহৈনা দিখংখৌ
হেংথা হীনৌ, ৰাওবৌ হায়া
থালি ফাংনি থাইথুৰী ক্লি ক্লি মাওয়ৌ
গীসীনি দাও ছায়া বিৰদৌ বিৰদৌ
ছুমু ছিফুংনি ৰিলি ৰিলিহা। ●

---

[ ড° ভূপেন হাজৰিকাৰ বিখ্যাত "জোনাকৰে ৰাতি" নামৰ গীতটিৰ হুবহু মুকলি অনুবাদ। বড়ো গায়ক-গায়িকাই এই গীতটি মূল গীতৰ সুৰেৰে গাব পাৰে। ]

# এটি গীত

ড° ভূপেন হাজৰিকা দেৱলৈ।

● শ্ৰীপলাশ মহন্ত

শিৱতে আশীষ লৈ,
শঙ্কৰ-মাধৱৰ
ওলালে গীতৰে ওজা।
বিষ্ণু জ্যোতিৰে
খোজত খোজে মিলাই
পাতিছে গীতৰে মেলা।
সংস্কৃতিৰ ধৰিছা গুৰি
মোৰ গুৰু ঐ
সংস্কৃতিৰ ধৰিছা গুৰি।
জগতৰ মানুহক
একেলগ কৰিছা
ৰচি সমন্বয়ৰ গীত।

একেখন নাৱৰে
কৰিলা যাত্ৰী
সকলো লোকক
বৰিলা ভাতৃ,
ধৰি বঠা সংস্কৃতিৰ।
জ্যোতিৰ জ্যোতিৰে
ৰাভাৰ আভাৰে
তুমি হোৱা জ্যোতিষ্মান
চিৰ জ্যোতিষ্মান।
চিৰ জ্যোতিষ্মান ॥



# ভূপেন্দ্ৰ সংগীত

এটি নৱ-প্ৰস্তাৱিত ধাৰাৰ মূল্যাঙ্কণ

● প্ৰবক্তা দণ্ডধৰ হাজৰিকা।

॥ আগকথা ॥

অলপতে যোৰহাট বিষ্ণু-জ্যোতি সঙ্গীত বিদ্যালয়ে ভূপেন হাজৰিকাৰ গীত সমূহক " ভুপেন্দ্ৰ সঙ্গীত " হিচাপে ৰাজহুৱা ভাৱে ঘোষণা আৰু বিহিত ব্যৱস্থাৰে কৰ্মপন্থা হাতত লৈছে। " ভূপেন্দ্ৰ সঙ্গীত " সমিতিৰ মুখ্য উপদেষ্টা শ্ৰীহাজৰিকাই এই সন্দৰ্ভত আগবঢ়োৱা এটি সংক্ষিপ্ত পৰ্য্যালোচনা এই প্ৰকাশত সন্নিবিষ্ট কৰা হল :

কলাগুৰু বিষ্ণু ৰাভাৰ ত্ৰয়োদশ মৃত্যু বাৰ্ষিকী উপলক্ষে আয়োজিত এখন সাংস্কৃতিক সভাত যোৰহাটৰ বিষ্ণুজ্যোতি সঙ্গীত মহাবিদ্যালয়ৰ দ্বাৰা ভুপেন হাজৰিকাৰ গীত আৰু সুৰক " ভুপেন্দ্ৰ সঙ্গীত " বুলি আখ্যা দিয়াৰ পৰিপ্ৰেক্ষিতত এটি প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ইতিমধ্যে এই প্ৰস্তাৱৰ সমৰ্থনত "দৈনিক জনমভূমিত" কিছু মত প্ৰকাশ পাইছে।

জীৱিত অৱস্থাতে শিল্পীৰ সৃষ্টিক এনে সন্মান বা স্বীকৃতি আগ বঢ়োৱা আচহুৱা যেন অনুভৱ কৰাটো স্বাভাৱিক। সেয়ে এই ৰচনাৰ যোগেদি ব্যাকৰণ সন্মত এটি বিশ্লেষণ তুলি ধৰা হৈছে :

ৰাগ সঙ্গীত ভাৰতীয় সঙ্গীতৰ অনন্য এক বৈশিষ্ট কিছুমান নিৰ্দ্দিষ্ট নিয়মৰ মাজেৰে পৰিবেশিত হলেও ৰাগ পৰিবেশনৰ কেইটামান শৈলী চলি আহিছে। হয়তো কোনো এক প্ৰভাৱ আৰু প্ৰতিভাশালী শিল্পীয়েই বিশেষ শৈলীটোৰ প্ৰতিস্থাপক। এই সৃষ্টিশীল শিল্পীজনক অনুকৰণ কৰা শিল্পীসকলৰ মঁড়লেৰেই সেই শৈলী

বা ঘড়ানাৰ আৰম্ভ হয়। কুশলী শিল্পী সকলে নিজস্ব ভাৱ কামনাৰে নতুন নতুন শৈলী সৃষ্টি কৰি সাময়িক শিল্পী সকলক প্ৰভাৱিত কৰাৰ উপৰিও শ্ৰোতা বৃন্দৰ ৰুচি বোধ সৃষ্টি কৰে। এই গুণী কলাকাৰ সকলে সুৰ সংযোজন, সুৰ মূৰ্তিমন্ত কৰাৰ স্বকীয় বৈশিষ্ট্যৰে বিশেষ ধাৰা প্ৰৱৰ্ত্তন কৰা দেখা যায়। ইয়াৰ ফলতে জ্যোতি সঙ্গীত, ৰবীন্দ্ৰ সঙ্গীতৰ ধাৰা সৃষ্টি হ'ল। উল্লেখ যোগ্য যে জ্যোতি প্ৰসাদ, ৰবীন্দ্ৰ নাথৰ মৃত্যুৰ পাছতহে তেখেত সকলৰ গুণ মুগ্ধ সকলে তেখেত সকলৰ সঙ্গীত ধাৰাক শ্ৰদ্ধা জনাই জ্যোতি সঙ্গীত আৰু ৰবীন্দ্ৰ সঙ্গীত নামাকৰণ কৰিলে।

ভূপেন হাজৰিকাইও সৰ্বাধিক পৰিমানে গতানুগতিকতা ভঙ্গ কৰি, আংগিক বিষয়-বস্তুত অভিনৱত্ব সৃষ্টি কৰিছে, বিবিধ পৰীক্ষা-নিৰীক্ষা চলাই সমসাময়িক সকলোলোককে প্ৰভাৱান্বিত কৰিছে।

সুৰকাৰ হাজৰিকাৰ সুৰ আৰু বক্তব্যৰ সমন্ধ অতি নিবিৰ— যিটো মহাপুৰুষ শঙ্কৰদেৱে (শুন-শুন ৰে সুৰ) কৰিছিল। সুৰ, শুৱলা নহৈও ঠাই বিশেষত শ্ৰুতি মধুৰ সুৰতকৈও যে অৰ্থ ব্যঞ্জক হব পাৰে তাৰ প্ৰমাণ ড° হাজৰিকাই কৰিলে। যিহেতু সৌন্দৰ্য্য আৰু কদৰ্য পৰস্পৰ পৰিপূৰক, সময় বুজি "সুৰহীন সুৰে"ও মনোৰঞ্জন কৰিব পাৰে। তেখেতৰ "কোন ক'ত লটি-ঘটি" গীতৰ "অসমীয়া হ'লো বুলি ইমান নোৱাৰি" অংশটোৰ সুৰটো উপযুক্ত হৈছে— কাৰণ ই অভিমান ব্যঞ্জক হৈছে।

ড° হাজৰিকাই জীৱনত সঙ্গীতক অতি ওচৰ চপাই লৈছে। বাস্তৱ মধুৰো হব পাৰে, ৰূঢ়ও হব পাৰে। যদি তেখেতে দেখিছে তেখেতৰ বক্তব্য গদ্যময়, তেতিয়া তেখেতে সেই বক্তব্য চন্দস্পন্দিত অথচ সুৰহীন কথাত গাই গৈছে। তেখেতৰ এনে দুটি গীত হৈছে "প্ৰচণ্ড ধুমুহাই প্ৰশ্ন কৰিলে মোক" আৰু "ঐ নিলাজ পাহাৰ।" সুৰাৰোপৰ এই নীতি অসমীয়া সঙ্গীতত ড° হাজৰিকাইহে আৰম্ভ



কৰিছিল। কোৱা নিষ্প্ৰয়োজন কথাৰে গোৱা এই গীত দুটি সুৰেৰে গোৱা হ'লে ইমান শুৱলা নহলহেঁতেন।

ঠাই; নদী; দেশৰ কথা কওঁতে সেই ঠাই আদিৰ ইঙ্গিত বাচক সুৰ খটোৱাতো তেখেতৰ কৌশল। এই বিষয়ত অন্য কোনো পূৰ্বাপৰ সুৰকাৰ সজাগ নহয়। তেখেতৰ শেহতীয়া সৃষ্টি মহাবাহু ব্ৰহ্মপুত্ৰত

সা নি ধা | প প প ||
ম ৰুৎ ৰ | দে শ ৰে ||

সুৰখণ্ডত আৰবীয় মৰুভূমিৰ উপযাতিৰ এবিধ সুৰৰ বোল থকা যেন বোধ হয় যদিও প্ৰযুক্ত স্বৰকেইটা ৰাগপুৰীয়া ধনশ্ৰীৰো (অৱশ্যে ৰে নি ধ পা'হে অধিক পুৰীয়া ধনশ্ৰী)। সেই একেটি গীততে অহা—

ধ — ধ ধ
প সা সা
প ঽ দ্মা ন দী ঽ

অংশত বঙ্গীয় পল্লীগীতৰ সুৰ আছে। তেখেতৰ অন্য এটি গীত "আকাশী যানেৰে"ও 'অ পদ্মা নৈ, তই গলি কলৈ'ৰ সুৰত পুনৰ বঙ্গীয় লোকগীতৰ সুৰ খটোৱা হৈছে যিহেতু পদ্মা নৈ

সা ৰে ম প | প ধ ধ ধপ | ধনি ধনি পঠ ণ।
প ঽ দ্মা ঽ | নৈ ঽ ঽঽ ঽঽ | ঽঽ ঽঽ ঽঽ ঽঽ।

.... .... .... .... | নি নি নি | নি .... .... ধসা | নি প ধ ধ প।
ঽ ঽ ঽ ঽ | অ' প দ্মা | নৈ ঽ ঽ ঽঽ | ঽ ঽঽ ঽ

.... .... .... .... | প প প প | প প পধ নিধ |
ঽ ঽ ঽ ঽ | তই গ লি ক | লৈ ঽ ঽঽ ঽঽ |

নি প । ম ....
ঽ ঽ ঽ ঽ

উল্লেখিত গীতটিত এটাৰ বাহিৰে ক'তোৱেই অসমীয়া লোক গীতৰ সুৰ স্পষ্ট নহয়। ই হৈছে "অকোৰা পকোৰা গামোচা এখন, যেন বালিত মেলি থোৱা আছে সেইখন গামোচা বৰহম্‌পুত্ৰ শীতত ব'দহে পুৱাইছে।" ইয়াৰ পৰা স্পষ্ট হয় সুৰৰ স্থানীয়তাৰ প্ৰতি সুৰকাৰ সজাগ। তেখেতৰ "টিৰাপ সীমান্ত" গীতত চন্দ্ৰ গৈৰিক অসমীয়া।

ড° হাজৰিকাৰ অন্য এটি বৈশিষ্ট হৈছে তেখেতৰ নাটকীয়তা। গীতৰ কথাক তেখেতে অভিনেতাৰ সংলাপৰ দৰে উচ্চাৰণ কৰে। প্ৰতি গীতৰ এই লক্ষণ স্পষ্ট।

চিত্ৰ শিল্প হৈছে কাব্যৰ এবিধ আঙ্গিক। উপযুক্ত শব্দ চয়ন, চন্দ্ৰায়ন আদিৰ দ্বাৰা কবিয়ে বৰ্ণিত বিষয় বস্তুক মানসপটত মূৰ্তি মন্ত কৰি তোলে। অসমীয়া গীতত এই অঙ্গীকটোৰ সংগীতিক প্ৰয়োগ একমাত্ৰ ড° হাজৰিকাই সফলভাৱে কৰি আহিছে। চিত্ৰকল্প মূৰ্তি মন্ত কৰিবলৈ যাওঁতে কলালৈ আওকাণ কৰা অনুচিত। তেনে কৰিলে ই হ'ব এক বৌদ্ধিক কচৰৎ মাত। কিন্তু সুৰকাৰ হাজৰিকাই আবেগিক দিশটো বজাই ৰাখিব পাৰিছে। সেয়েহে তেওঁ এজন মহৎ সুৰকাৰ। ড° হাজৰিকাই সুৰেৰে বৰ্ণিত বস্তুৰ গতি প্ৰকৃতিৰ ইঙ্গিত দিয়ে। তেখেতৰ "আকাশী যানেৰে উৰণীয়া মনেৰে" গীতটিত আকাশৰ উচ্চতাৰ দ্যোতনা কৰিছে "আকাশ শব্দটোত আৰোপিত ক্ৰমাৰোহী সুৰে। তেখেতৰ গীত "সাগৰ সঙ্গমত কতনা সাঁতুৰিলো"ত সাগৰৰ উৰ্মিৰ ভাৱমূৰ্ত্তি সৃষ্টি কৰিছে। "ঝক্ ঝক্‌ ৰেল চলে'ৰ "শান্তিয়ে উকিয়ায়, সাম্যই বিঙিয়াই" অংশত ৰেলৰ উকিৰ আভাস পোৱা যায়। এই নীতিৰে সুৰাৰোপিত বহু গীত ড° হাজৰিকাৰ আছে। কলাৰ ক্ষতি নোহোৱাকৈ যতেই সুবিধা ত'তেই তেওঁ ইয়াৰ প্ৰয়োগ কৰিছে।

উল্লেখিত চিত্ৰকল্প সৃষ্টিত ভাল ছন্দৰ বৰঙনি অত্যাধিক।



সঁচা কথা, আধুনিক (?) গীত মাত্তত তালৰ বৈচিত্ৰ দেখুৱাৰ সীমাবদ্ধ। মাত্ৰ কাহাৰ, বা, দাদৰা ৰূপকাৰ বাহিৰে অন্য তালৰ বিশেষ ব্যৱহাৰ হোৱা দেখা নাযায়। কিন্তু তালৰ অন্তৰঙ্গ বস্তু ছন্দৰ বৈচিত্ৰ কুশলী সুৰকাৰে দেখুৱাব পাৰে। একেটা তালৰে হবেক গতি ছন্দ সম্ভৱ। এই গতি ছন্দ আৰু কথাংশৰ সামঞ্জস্য থাকিলে সৃষ্টি হয় অনুপম।

মহাপুৰুষ শঙ্কৰদেৱৰ বৰগীত "শুন-শুনৰে সুৰ বৈৰী"ৰ শ্ৰাবনত ৰণাঙ্গন অভিমুখী সেনানীৰ দ্ৰুত আৰু দৃঢ় পদধ্বনি শুনা যায়। সুৰকাৰ হাজৰিকাও বিষয়টোৰ প্ৰতি সজাগ। তেখেতৰ গীত "প্ৰথম নহয়, দ্বিতীয় নহয়" ৰেলৰ ডবাৰ ভিতৰৰ পৰা শুনা ৰেলৰ ছিৰিৰ ওপৰত হোৱা শব্দ উপলব্ধি কৰিব পাৰে। তেখেতৰ "অস্ত আকাশৰ", "চিৰ যুগমীয়া ঢৌ, গঙ্গা আমাৰ মা" আদি গীতত লুইত আৰু গঙ্গাৰ ধীৰ ব্যৱহাৰ ছন্দ প্ৰতিধ্বনিত হৈছে। "প্ৰতিধ্বনি শুনো" গীতত "চাওঁতালী ঢোলৰ ছন্দ" আৰু "ৰিম্‌ ঝিম্‌ বৰষুণ"ত বাৰিষাৰ বৰষুণৰ ছন্দ মূৰ্ত্ত হৈছে।

চিত্ৰকল্প সৃষ্টি সম্পৰ্কত যি আলোচনা কৰা হ'ল, ই স্থূল বস্তু সম্পৰ্কীয় এনে সৃষ্টিত সুৰ খণ্ডই প্ৰতাকৰ ভূমিকা লয়। সুৰকাৰ হাজৰিকাই তেখেতৰ "আমি অসমীয়া নহওঁ দুখীয়া" গীতৰ সোম নীতি—

| | | |
|---|---|---|
| ধ্‌ সা সা সা | ৰেপা — মা | ৰে সা সাধা |
| আ মি অ স | মী য়াং ন | হ ওঁ দু খী |
| ধ্‌ .... .... .... | | |
| য়া ৎ ৎ ৎ | | |

"সুৰকাৰ বেজবৰুৱাৰ" গীতৰ অনুৰূপ আৰু সুৰকাৰৰ ইচ্ছাকৃত। কিন্তু এই যোল্ল মাত্ৰাৰ পৰবৰ্ত্তী সমগ্ৰ সুৰকাৰ হাজৰিকাৰ। প্ৰথম

যোল্ল মাত্ৰাৰ আৰু বাকী অংশৰ সুৰৰ বিৰোধে সাহিত্যৰথী আৰু ড° হাজৰিকাৰ গীতৰ মৰ্মৰ বিৰোধৰ ইঙ্গিত দিছে। প্ৰথম জনৰ গীতত আছে আত্মসন্তুষ্টি আৰু আনজনৰ গীতত পাওঁ সান্ত্বনাবাণী।

এইটো কথা স্বীকাৰ নকৰি নোৱাৰি যে ভুপেন্দ্ৰ সঙ্গীতৰ ধাৰাৰ বিভিন্ন দিশৰ সম্পূৰ্ণ বিশ্লেষণ এটি প্ৰবন্ধত সামৰি লোৱাটো সম্ভৱপৰ নহয়। মাত্ৰ এটি সাম্যক আভাসহে দিয়া হ'ল।

ভুপেন্দ্ৰ সঙ্গীতৰ বৈজ্ঞানিক ব্যাকৰণ সন্মত বিশ্লেষণ আৰু শিক্ষা দানে সঙ্গীত জগতৰ নতুন পুৰুষক এই স্বনামধন্য শিল্পী জনাৰ অৱসৰৰ পিছত দেখা দিব পৰা সম্ভাৱণীয় শূন্যতাক পূৰণ কৰাত সহায় কৰিব বুলি বিবেচনা কৰিয়েই আমাৰ সঙ্গীত অনুষ্ঠানৰ পৰা উক্ত প্ৰস্তাৱ লোৱা হৈছে। অসমৰ সঙ্গীত বিশেষজ্ঞ, অনুষ্ঠান প্ৰতিষ্ঠান আৰু সঙ্গীত প্ৰেমী ৰাইজৰ সহায় সহানুভুতি নহলে যে ভুপেন্দ্ৰ সঙ্গীতৰ ধাৰা প্ৰতিষ্ঠা কৰা সম্ভৱপৰ নহব তাক আমাৰ প্ৰতিষ্ঠানে বিনম্ৰতাৰে স্বীকাৰ কৰে। আশাকৰোঁ সকলোৰে সহায় সহানুভুতি আৰু দিহা পৰামৰ্শই উক্ত সঙ্গীতৰ ধাৰাক বিশ্বৰ সঙ্গীত জগতত মহিমামণ্ডিত কৰি তুলিব।



# আধুনিক অসমীয়া সঙ্গীত আৰু ড° ভুপেন হাজৰিকা

শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মা।

আধুনিক অসমীয়া সঙ্গীত সাহিত্যৰ বুৰঞ্জী কোনেও লিখা আৰু কোনোবাই লিখিছে বুলি চেষ্টা কৰাৰ কথাও নেজানো। বৰ্ত্তমান শতিকাৰ প্ৰথম ভাগত সঙ্গীতজ্ঞ স্বৰ্গীয় লক্ষীৰাম বৰুৱাই "সঙ্গীত কোষ" নামে এখনি আধুনিক সঙ্গীতৰ সংগ্ৰহ প্ৰকাশ কৰিছিল আৰু সেই কিতাপৰ লগৰিয়া স্বৰূপে "সঙ্গীত সাধনা" নামেৰে এখনি সঙ্গীত বিষয়ক পুথিও প্ৰকাশ কৰিছিল। ৺লক্ষীনাথ বৰুৱাৰ সঙ্গীত কোষত সেই সময়ত ভালে কেইজন সঙ্গীতজ্ঞই সঙ্গীতৰ যোগান ধৰিছিল— যেনে— পদ্মনাথ গোহাঞি বৰুৱা, দাৰ্শনিক ৰাধানাথ ফুকন, সাহিত্যিক সত্যনাথ বৰা, সাহিত্যিক বেনুধৰ ৰাজখোৱা আৰু তোযেশ্বৰ শৰ্ম্মা প্ৰভৃতি। সেই পুঁথ আজি-কালি দেখিবলৈ পোৱা নাযায়। ৺লক্ষীনাথ বৰুৱাৰ সেই সঙ্গীত কোষত প্ৰত্যেক গীতৰে ৰাগ তাল আদি সংযোগ কৰা আছিল। আধুনিক অসমীয়া সঙ্গীত সাহিত্য সম্পৰ্কে সেই গ্ৰন্থ অতি মুল্যবান।

কিন্তু এই সংগ্ৰহত অসমীয়া থলুৱা গীতমাতে প্ৰতিনিধিত্ব কৰা নাছিল। থলুৱা সুৰত গীতমাত ৰছা সাহিত্যৰথী বেজবৰুৱাই প্ৰথম বুলি এতিয়ালৈকে আমি জানো। তেখেতৰ নাট বিলাকৰ ভিতৰত তেনেকুৱা দুই এটি গীত সন্নিবিষ্ট কৰিছিল। এনে গীত বিলাকৰ ভিতৰত "সোণ বৰণীয়া কেতেকী ধুনীয়া" গীতটি প্ৰায় সকলোৰেই জানে। বেজবৰুৱাৰ পিছতেই আমাৰ থলুৱা জাতস্বুৰ লগাই গীত

লিখিছিল জ্যোতিপ্ৰসাদ আগৰৱালাই আৰু তেওঁৰ সম্পৰ্কে বহলাই কোৱাৰ প্ৰয়োজন নাই ।

আগৰৱালাৰ পিছতেই স্মৰণ কৰিব লাগিব গীতিকবি পাৰ্ব্বতী প্ৰসাদ বৰুৱা । তেওঁ অকালতে পৰলোক প্ৰাপ্ত হ'ল কিন্তু সেই কম সময়ৰ ভিতৰতে অসমীয়া জ্ঞাত সুৰ সঙ্গীতৰ মাধ্যমত ভালেখিনি গীত আমালৈ থৈ গৈছে । এওঁৰ প্ৰথম গীত 'হেৰৌ বলীয়া নয়ন ভৰি ছা' গীতটি শুনি ১৯২৮ চনত প্ৰথম বিলাতৰ পৰা আহি পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ দেৱ অতিকৈ মুগ্ধ হৈছিল । জ্যোতিপ্ৰসাদ আগৰৱালাৰ শিষ্য আৰু বন্ধু ড° ভূপেন হাজৰিকাই অসমৰ আই নাম, বিয়া নাম, বিহু গীত আদি বেলেগ বেলেগ সুৰ লৈ তাত অলপ নতুনত্ব সংযোগ কৰি আজি প্ৰায় ডেৰকুৰি বছৰ অসংখ্য গীত ৰচনা কৰিছে আৰু এই গীতবোৰ সকলো ঠাইতে জনপ্ৰিয় হৈ পৰিছে । ডঃ ভূপেন হাজৰিকাৰ অসমীয়া গীত সাহিত্যলৈ এক অমূল্য অৱদান । অসমীয়া গীত সাহিত্যৰ বুৰঞ্জীত তেখেতে সদায় এখন বিশিষ্ট আসন অধিকাৰ কৰি থাকিব । ভাৰতীয় মাৰ্গ ( Classical ) সঙ্গীতৰ লগত ইয়াৰ কোনো বিৰোধিতা নাই । মাৰ্গ সঙ্গীত আৰু আঞ্চলিক সঙ্গীতৰ সহযোগতহে অসমীয়া সঙ্গীতে পূৰ্ণতা লাভ কৰিব ।



# সাম্প্ৰতিক গণ-আন্দোলন আৰু ভূপেন হাজৰিকা ।

আজি সুদীৰ্ঘ ১২ মাহে বিদেশী বহিস্কাৰ সন্দৰ্ভত চলি অহা অসমৰ এই গণ-আন্দোলন অনন্য । ইয়াৰ বিষয়ে নতুনকৈ কোৱাৰ প্ৰয়োজন নাই । প্ৰতিবাদৰ তেজোদ্দীপ্ত কণ্ঠেৰে দশোদিশ ৰজন-জনাই 'লুইত'পাৰৰ আবাল বৃদ্ধ বণিতা আজি ৰাজপথলৈ ওলাই আহিছে । জাতীয় অস্তিত্ব বিপন্ন হোৱাৰ এই সন্ধিক্ষণত কোনো বহি থকা নাই । বহি থাকিব নোৱাৰে । জাতীয় অস্তিত্বৰ সংগ্ৰামত 'বুদ্ধিজীৱি'ৰ ভুমিকা সবাতোকৈ ওপৰত । কাৰণ, তেওঁলোকেই দেশৰ চিন্তানায়ক । তেওঁলোকৰ নেতৃত্বতে দেশ আগুৱাই যায় । একোটা জাতি জাতিস্কাৰ হৈ জীয়াই থাকে । সৰু সৰু মানুহক যেনিয়েই পথ নিৰ্দ্দেশনা দিয়া হয় তেনিয়েই যায় । বুকু পাতি দিবলৈ কলে বুকু পাতি দিয়ে । মৰিবলৈ কলে 'দেশ'ৰ বাবে মৰে । এই সৰু মানুহখিনিক নেতৃত্ব দিয়াৰ দৰে পবিত্ৰ কাম 'বুদ্ধিজীৱি'ৰ । কিন্তু, দুৰ্ভাগ্য চতুৰালীৰে জীয়াই থাকিব খোজা এচাম 'বুদ্ধিজীৱি'য়ে আজিৰ এই গণ-আন্দালনত যি ভুমিকা লব লাগিছিল তেনে ভুমিকা লোৱা নাই । কব লাগে বাবেহে যেন কৈছে ! নগলে নহয় বাবেহে গৈছে । ০ ০ ০

এজন মানুহ কিন্তু ব্যতিক্ৰম । ভূপেন হাজৰিকা । জাতীয় অস্তিত্ব বিপন্ন হোৱাৰ সন্ধিক্ষণত সংগ্ৰামী শিল্পী ভূপেন হাজৰিকা 'বহ্নিমান' । শ্ৰেণী বৈষম্যৰ প্ৰাচীৰ ভাঙি 'পোহৰ' আনিব খিচৰা

শান্তিকামী কবি ভূপেন হাজৰিকা 'সমন্বয়ৰ সেতু'। ভুপেন হাজৰিকা বৈ থকা নাই। বিশাল ব্ৰহ্মপুত্ৰৰ দৰে ঢাবমান গতি। মানুহৰ পৰা মানুহলৈ ; দেশৰ পৰা দেশলৈ গৈ গণ-চেতনা জগাই দিয়াৰ কি বিশাল কাৰ্য্যক্ৰমানিকা !! কৰ'বাত কৈছে। কৰ'বাত গাইছে। কৰ'বাত আঁকিছে। এক দৰ্শকৰ আগতে লিখা— 'অসম মৰিলে আমিও মৰিম বুলি কবলৈ কোনো যে নাই'— বে অসমৰ শুই থকা চেতনাক জগাবলৈ কৰা প্ৰচেষ্টাৰ সাফল্য দেখি আজি সেই কথা লগে লগে সলাই দিছে। 'লুইত'পাৰত সংগ্ৰামী চেতনাৰ আজি ইতিবাচক ৰূপ দেখি— 'প্ৰতি অসমীয়াই কি কৰা উচিত উপদেশ দিবলৈ নাই লাগিচিত' !—ৰ ক্ষোভ কপূ'ৰৰ দৰে উৰি গৈছে.........। আনন্দত লিখিছে— "এতিয়া দেখিছো উপদেশ দিবলৈ কোনো তথাকথিত নেতাৰো আবশ্যকতা নাই, কাৰণ লুইত পাৰৰ ডেকা শক্তিয়ে স্ব-পৰিচালিত আন্দোলনেৰেই, সমগ্ৰ পূব ভাৰতকে সজাগ কৰি তুলিছে নিজৰ প্ৰাপ্য খিনিৰ বাবে। আৰু কাকেইবা উপদেশ খুজিব ? কোন নেতাৰ পৰা ? সিংহসৱ কেনিৱা লুকালে ?"— এই লিখাতেই তেখেত ক্ষান্ত হোৱা নাই। সহস্ৰজনক লগ ধৰিবলৈ দিহিঙে-দিপাঙে দৌৰিছে। সমন্বয়ৰ সেতু আৰু অবোধ গণ-চেতনাক স্পন্দিত কৰিবলৈ পৰ্ব্বতে-পাহাৰে ঘূৰিছে। সিদিনাখন ডিচেম্বৰৰ শেষনে জানুবাৰীৰ আৰম্ভনীতে কাৰ্বি আংলংৰ বিভিন্ন ঠাইলৈ গৈ ঘুৰি অহাৰ পথত মই 'চেন্টাৰ'বজাৰত নিজে পাইছোঁ। দেখিছোঁ— সৰু চালিৰ "ফুলৰী দোকান" এখনৰ খুটা এটাত ধৰি একান্ত মনে ফুলৰী ভঁজা চাই আছে। মই নগাওঁৰ পৰা বকলীয়ালৈ যোৱাৰ পথত হঠাৎ দেখি নামি কাষ চাপি যোৱাত কৈছে— "চোৱাছোন, ফুলৰীবোৰ কিমান ভাল লাগিছে ! (ডুবি থকা টেলৰ মিহি মিহি ঢৌত সিঁজি থকা 'ফুলৰী' বোৰ মোৰ 'আমি যেন লাগিছিল !) কালি গোটেই ৰাতিতো ডিফুত টোপনী ক্ষতি।'



—এয়াই ভূপেন হাজৰিকা। নিজাঘৰ নিবিচাৰি ঘুৰি ফুৰা যাযাবৰ ভূপেন হাজৰিকা। "বহাগ এটা মাথো ঋতু নহয় আৰু বহাগ অকল বিহুতলীও নহয়, বহাগ এটা মাকোও নহয়, বহাগ অসমীয়া জাতিৰ আয়ুস ৰেখা'— বুলি সকিয়াই দিয়া ভূপেন হাজৰিকাই এয়া ২০ ফেব্ৰুৱাৰী মাটিয়াবাগ ৰাজপ্ৰসাদৰ কাষত, গদাধৰ নৈৰ পাৰত বহি লিখিছে চাওঁক— "আন্দোলনৰ কথা কবই লাগিব। এই বিচৰাৰ আন্দোলন বা জীয়াই থকাৰ আন্দোলন, অসমীয়া জাতিৰ গণ-জীৱনৰ সাহৰ আন্দোলন। ......মৃত্যুৰ আগতে মানুহে একো নাভাবে যদি কাৰণটো ঠিক থাকে। তেতিয়া 'মৃত্যু' বৰ সহজ হৈ যায়। গতিকে এইবাৰ বিহু এনেকুৱা ধৰণৰ বিহু হব, যিটো বিহুত আমি অতি আনন্দ কৰিম কিম্বা অতি দুখ কৰিম। কিম্বা মনে মনে বহি থকা এই বিহু নহব। এইটো সংগ্ৰামী বিহু হব পাৰে।" —বহাগক লৈ, লুইতক লৈ এনে পৰিমল চিন্তা অসমত কেইজনৰ ??? ......কেইজনে এনেকৈ ভাবিছে ?— "তাহানি ✓জৱাহৰলাল নেহেৰুৱে 'Discovery of India লিখি সমগ্ৰ ভাৰতকে আবিষ্কাৰ কৰিছিল। সেই কিতাপত তেওঁ অসম নেলাগে পুৰণি প্ৰাগজ্যোতিষপুৰ খনকে "ডিচ্‌কভাৰ' কৰাৰ যোগ্যতা নেপালে। ৰাষ্ট্ৰীয় সঙ্গীতত অসমৰ নাম নথকাটো বাৰু অসমীয়াই কাব্যিকভাবেই ললে ! এতিয়া প্ৰাগ্‌জ্যোতিষপুৰ নেলাগে, তাৰ ধ্বংসাৱশেষ 'দিচ্‌পুৰ'খন দিল্লীৰ মানত চুৱাধোৱা ঠাই। দেশৰে চন্দ্ৰমা কাল এন্ধাৰে যেতিয়া আবৰে, যেতিয়া কত জোৱানৰ মৃত্যু হয় কামেং সীমান্তত তেতিয়াও ✓নেহেৰুৱে কাব্যিক ভাষাৰে, আভিজাত ইংৰাজী মাতেৰে, অসম বাসীক দিলে চিৰবিদায়। সেই ৰোমান্তিক চিন্তাবিদজনৰ কন্যা গৱাকীৰ ৰাজত্ব কালত অসমৰ লুইতত কেইখন দলং দিলে ? কেইটা বানপানী ৰোধ কৰাৰ প্ৰকল্প ললে, কেইটা ব্ৰডগজ লাইন

দিলে ? বৈধ অবৈধ অসমবাসীৰ ভোট লৈ, দিল্লীলৈ গৈ কেইজন এম, পিয়ে পুৰুষৰ দৰে কথা কলেগৈ ?” ০ ০ ০

অসমৰ এই পবিত্ৰ আন্দোলনক বিকৃত কৰাৰ প্ৰয়াস দেখি “পিপ্‌লচ ফৰাম” গঠন কৰি ভি,জি, ভাৰ্গিজ, কুলদীপ নায়াৰ, ৰজনী কোঠাৰী, অন্নদাশঙ্কৰ ৰায়, নয়নতৰা সায়গল, ৰামকৃষ্ণ, উমা শঙ্কৰ যোগী, ৰমেশ থাপাৰ, ভি, এন তাৰকুণ্ডে আদি বিখ্যাত ব্যক্তি সকলক অসম চাই যাবলৈ মাতি অসমৰ গন-আন্দোলনৰ তাৎপৰ্য্য অসমৰ কেইজন বুদ্ধিজীৱিয়ে এনেকৈ দাঙি ধৰিছে ?? নিজৰ দেশক প্ৰানতকৈ ভালপোৱা মানুহে কবলৈ ভয় নকৰে। সচাঁখিনি কবই। সেয়েহে এই শিল্পী গৰাকীয়ে অধিক পুলিচামী দেখি নিৰ্ভীক ভাবে কৈছে— “অসমত, অসমদেশত, আৰক্ষী বাহিনী অমাৰ্জ্জিত ভাৰতীয় সৈন্য, দিল্লীৰ ৰঙা চকু আদিৰে, কিম্বা ভাষা ধৰ্ম্মৰ বিদ্বেষ সৃষ্টি কৰা ক্ষুদ্ৰ দলীয় সুবিধাবাদী ৰাজনীতিৰে আজিৰ এই গণতান্ত্ৰিক আন্দোলনৰ গাৰ নোম এডালো চিঙিব নোৱাৰি।” সতৰ্ক কৰি দিছে— “মহাবাহু ব্ৰহ্মপুত্ৰ মানে হল মহা উদাৰতা। সেই মহা উদাৰতাক যদি কোনোবা চাকৰিৰ বাবে চাকৰি কৰা সৈন্যাই দূৰ্ব্বলতা বুলি ভাবি অধিক পুলিচামী কৰে, তেন্তে তেওঁ নিজেই নিজৰ সমাধি ৰচিব।”— লক্ষ জনৰ সামূহিক অনুভূতি প্ৰকাশ হলে— “উৰি যায় নেতা, উৰি যায় নীতি, উৰি যায় নিয়ম, নিয়ম ভঙাৰ নিয়মেই হয় অস্থায়ী নিয়ম।” – বোলা শিল্পী গৰাকীয়ে ভাবে – “সমগ্ৰ পৃথিৱীৰ খাটি-খোৱা মানুহৰ মহা-সংগ্ৰামৰ অংগ এই আজিৰ অসমৰ সংগ্ৰাম। সাংবিধানিক সংগ্ৰাম।”— সেয়েহে অন্যায় দেখি প্ৰচণ্ড ক্ষোভত চিঞৰিছে—

“নৱ নব পুৰুষৰ নোপোৱাৰ প্ৰকাশক
ভৰিবে মোহাৰিব নোৱাৰি।
আৰক্ষী বাহিনীৰে কু-শাসন ৰক্ষা
কিছু দিনহে কৰিব পাৰি।”



চতুৰ্দ্দিকে আজি খাওঁ খাওঁ কৰাল মূৰ্ত্তি। আজিৰ সমস্যাই আমাক ভবাই তুলিছে। তেখেত্তে কোৱাৰ দৰেই। যতেই অন্যায়, ঠগ-প্ৰবঞ্চনা দেখিছে ততেই চিঞৰা এই শিল্পী জনাই আকৌ কৈছে—

“নধৰনো কিয় মুখা পিন্ধা অসভ্য বুদ্ধিজীৱি হঁতক (আৰু) অপাঠ্য পাঠ্য-পুথি লিখা যত আছে মিছা ৰচকক।” ০ ০ ০

এনে মুখা পিন্ধা বুদ্ধিজীৱি অসমত আছে। প্ৰমাণ হৈছে। কাৰণ, পুৰণি চিন্তাৰ পাশবিকতাৰে কিমান দিন দিবা মিছা মথাউৰী ?

ভেজাল নোহোৱা শিল্পী সাহিত্যিকৰ ‘মৃত্যু’ ভয় নাই। সচাঁকথা কোৱাত ভয় কি ? সেয়েছে এইজনা বিশ্ববিখ্যাত শিল্পীয়ে ‘চ্যালাঞ্জ’ দি কৈছে—

“মৃত্যু পনেৰেই উলিয়াব লাগিবই
জীয়াই থকাৰ এটি বাট
এই সংগ্ৰাম— শেষ সংগ্ৰাম
এয়েই শেষ শৰাইঘাট।” ০ ০ ০

এতিয়া আমাৰ কথা : লুইত পাৰৰ হে চিৰ সেউজ শিল্পী ! আমি আজি “নতুন পুৰুষে” মৃত্যু পন কৰিছোঁ। এই সংগ্ৰামেৰে আমি জীয়াই থকাৰ বাট বিচাৰিছোঁ। আমাক নতুন পোহৰ লাগে। মাথো, এই শেষ ‘শৰাইঘাট’ত তুমি আমাক বলিষ্ঠ নেতৃত্ব দিয়া। পথ নিৰ্দ্দেশনা দিয়া। যি দি আহিলা তাৰটো তুলনা নাই ! ০ ০ ০ আৰু বিচাৰোঁ। কাৰণ, মৃত্যু পনেৰেই আমি উলিয়ামেই ‘মানুহ’হৈ জীয়াই থকাৰ এটি বাট। আমি বদ্ধ পৰিকৰ।

ৰচনাকাল— ২১।৮।৮০

০ ০ ০ ০

# চাহ মজদুৰ সমাজৰ কৃষ্টি বিকাশত ডঃ ভূপেন হাজৰিকাৰ এভূমুকি ।

শ্ৰীনিৰোদ কুমাৰ ভাৰ'াৰ ।

চাহ মজদুৰ সমাজৰ জনজীৱনত প্ৰাধান্য লাভ কৰা ঝুমুৰ গীত ও নাচ, এই সমাজত যুগ যুগ ধৰি ঐতিহ্য বহন কৰি আনিছে— কৃষ্টিৰ সমল হিচাবে । ভাৰতৰ আদিবাসী সকলৰ ঝুমুৰ কৃষ্টি ( অসমত চাহ মজদুৰ কৃষ্টি পৰিচিত ) সাহিত্য সঙ্গীতৰ ৰূপত চাহ মজদুৰ সমাজৰ বিভিন্ন অনুষ্ঠানত সমানে স্থান দিয়া হয় ।

সমাজ গতিশীল আৰু এই গতিশীল সমাজৰ গতানুগতিক পৰিবৰ্ত্তনৰ ফলত মানুহৰ সমাজত নতুন নতুন সংস্কৃতিৰ জন্ম হৈছে । অৱশ্যে পুৰণাক বাদ দি নতুনৰ সৃষ্টি হব নোৱাৰে ।

পুৰণা আৰু নতুনৰ সামঞ্জস্যতা ওপৰত গঢ় লোৱা মানৱ সমাজৰ কাৰ্য্য আৰু সংস্কাৰমুখী সমাজ ব্যৱস্থাই হৈছে সু-সংস্কৃতি ।

বৰ্ত্তমান অসমত "সেউজী সংস্কৃতি" নামেৰে পৰিচিত চাহ মজদুৰ জন-জাতি সকলৰ সংস্কৃতি এই জাতিৰ মেৰুদণ্ড স্বৰূপ ।

বহুতেই ভাৱে চাহ মজদুৰ সংস্কৃতিৰ নামত ঝুমুৰ গীতেই চাহ মজদুৰ সকলৰ একমাত্ৰ গীত । দৰাচলতে সেইটো কলে সাংঘাটিক ভুল কৰা হব । অসমীয়া চাহ মজদুৰ সকলৰ ঝুমুৰ গীতৰ ওপৰিয়ো ভালেমান গীত আছে যিবোৰ বিভিন্ন সময়ত বিভিন্ন অনুষ্ঠানত কুল বা ফৈদৰ নিজস্ব ৰীতি-নীতি অনুযায়ী গোৱা হয় । যেনে—দমকচ গীত, টুচু গীত, সহঁৰাই গীত চাদি গীত, ভিনচৰিয়া গীত, মনচা গীত, কাঠিনাচৰ গীত, খেৰা গীত, লৰি (নিচুকনি) গীত, ফাগুৱা



খেনটা আদি গীতো আছে । ঝুমুৰ গীতক বোলি বা মাত অনুসৰি দুটা ভাগত ভগাব পাৰি যেনে— পাতশালীয়া ( অপভ্ৰংশ বেঙ্গলী ) আৰু গলৰাৰী ( অপভ্ৰংশ হিন্দী ) এই দুটা ভাগৰো অনেক শাখা প্ৰশাখা আছে । যেনে— খেনটা, বন্দনা, বৈঠকখানা, ডাৰশালীয়া, ঝিঙাফুলিয়া, কিষাদন ঝুমুৰ, ভাদৰ ঝুমুৰ, গড় ঝুমুৰ, পাইনকা ঝুমুৰ, শাওঁতালি ঝুমুৰ, উৰিয়া ঝুমুৰ, উৰৰাং ঝুমুৰ, শাট ঝুমুৰ আদি । ঠিক সেইদৰে নাচো (নৃত্য) এই সমাজৰ কেইবা প্ৰকাৰৰ আছে । সেই বোৰ হ'ল ঝুমুৰ নাচ, নটুৱা নাচ, ডমকচ নাচ, বিলাসপুৰীয়া নাচ, সাওঁতাল, পাইনকা চাওৰা নাচ আদি ।

অসমত চাহ মজদুৰ সমাজৰ এই 'সেউজী সংস্কৃতি' ঝুমুৰ গীত ও নাচ বিকাশৰ মাধ্যম নোপোৱাত, অন্য সমাজৰ দৃষ্টিৰ আৰত মৰহি যাবৰ উপক্ৰম কৰিছিল । অসমৰ পঞ্চল্লিশ লক্ষ্য জনসংখ্যাৰ চাহ মজদুৰ সমাজৰ প্ৰাচীন ভাৰতীয় সংস্কৃতি কেৱল এই সমাজৰ মাজতেই সীমাবদ্ধ হৈ আছিল । ইয়াৰ মুলতে আছিল অসমৰ শিল্পী সাহিত্যিক সকলৰ অমনোযোগীতা । এই ক্ষেত্ৰত উল্লেখযোগ্য যে চাহ মজদুৰ জন-জাতি নামেৰে সু-পৰিচিত এই বৃহৎ উপজাতিটোক জীৱনে-মৰণে চলাই নিয়া অসম চাহ মজদুৰ সংঘই এই সমাজৰ কৃষ্টি জীয়াই ৰখাৰ মানসেৰে নেৰানেপেৰাকৈ চলোৱা প্ৰচেষ্টাৰ ফলত ভাৰত চৰকাৰৰ ডিব্ৰুগড় আকাশবানী কেন্দ্ৰত চাহ মজদুৰ কৃষ্টিৰ ঝুমুৰ গীত ও নাচ পৰিবেশন কৰিবলৈ এফেৰি সুবিধা লাভ কৰে । ইয়াৰ পিচত উক্ত সংঘই নিজৰ ধন খৰছ কৰি চাহ মজদুৰ সমাজৰ ওপৰত ভিত্তি কৰি 'ৰতনলাল' নামৰ চিনেমাখন কৰি ৰূপালী পৰ্দাত চাহ মজদুৰ কৃষ্টি ৰাইজৰ আগত প্ৰদৰ্শণ কৰিবলৈ সমৰ্থ হয় ।

যি সময়ত অসমৰ কবি, সাহিত্যিক আৰু শিল্পী সকলে এই অৱহেলিত চাহ মজদুৰ সমাজৰ কথা চিন্তাকৰি নাক কোচাইছিল, ঠিক সেই সময়ত চাহ মজদুৰ কৃষ্টিৰ ওপৰত আহি পৰা দুৰ্য্যোগৰ

অৱসান ঘটাবলৈ, চাহ মজদুৰ সকলক উৎসাহ যোগাবলৈ, চাহমজদুৰৰ কৃষ্টিৰ বিকাশ সাধিবলৈ, চাহ মজদুৰ সমাজক অসমীয়া বুলি চিনাকী দিবলৈ, আৰু সম্প্ৰীতিৰ বান্ধ কটকটীয়া কৰিবলৈ বহল, উদাৰ আৰু স্নেহৰ অন্তৰ এখনলৈ চাহ মজদুৰ সমাজৰ মাজলৈ আহিছিল অসমৰ বিশ্ববিশ্ৰুত শিল্পী ড° ভূপেন হাজৰিকা। তেখেতৰ মহান দৃষ্টিভঙ্গী আৰু সহযোগীতাই অসমৰ অসমীয়া চাহ মজদুৰ সমাজলৈ আনিদিলে নতুন প্ৰেৰণা, উৎসাহ আৰু উদ্দীপনা যাক লৈ চাহ মজদুৰ সমাজে গৌৰৱ অনুভৱ কৰে। তেখেতে অসমৰ বাগানে বাগানে ঘূৰি চাহ মজদুৰ সকলৰ বুজলৈ সভা-সমিতিত চাহ মজদুৰ সকলৰ হকে ভাষণ দিয়ে গান ৰচিলে আৰু ৰাইজৰ আগত চাহ মজদুৰ সকলৰ মৰ্মভেদী অন্তৰ এখন গানেৰে সু পৰিচিত কৰালে।

তেখেতে স্বকীয়াকৈ চাহ মজদুৰ সমাজৰ কৃষ্টিৰ বাবে "চামেলি মেমচাব" কথাছবিখনত সঙ্গীত পৰিচালনা কৰি এই সমাজৰ এখনি বাস্তৱ চিত্ৰ চিনেমাৰ ৰূপালী পৰ্দাত ঝুমুৰ গীত ও নাচৰ মাধ্যমেদি মজদুৰ সমাজৰ "সেউজী সংস্কৃতিৰ" বিকাশ সাধন কৰিলে। চাহ মজদুৰ সকলক জীৱনে মৰণে ভালপোৱা অসমৰ শিল্পী জগতত তেখেত অন্যতম।

তেখেতৰ এই "চামেলি মেমচাব" কথাছবিখনে চাহমজদুৰ সকলৰ সঙ্গীতৰ জৰিয়তে পোণ প্ৰথমবাৰৰ কাৰণে অসমলৈ কঢ়িয়াই আনিছে জাতীয় পুৰস্কাৰ — লগতে শ্ৰেষ্ঠ সঙ্গীত পৰিচালকৰ সন্মান এই ছবিৰ সঙ্গীতে চাহমজদুৰৰ সংস্কৃতি তথা অসমীয়া লোকসঙ্গীতক ভাৰতবৰ্ষত নিৰ্বিবাদে পৰিচয় কৰালে।

সেয়েহে ড° ভূপেন হাজৰিকা চাহ মজদুৰ সমাজৰ অতি আপোন। চাহ মজদুৰ সমাজে তেখেতক অকল শিল্পী ৰূপেই নহয়, এগৰাকী পথ-প্ৰদৰ্শক হিচাবে পাবলৈ সদায় কামনা কৰে। তেখেতৰ মহান বাণী আৰু আদৰ্শই সকলোকে জাতি ধৰ্ম্ম নিৰ্বিশেষে একতা আৰু সম্প্ৰীতিৰ ডোলেৰে বান্ধি মহান জাতি গঢ়ি তোলক এইয়ে আমাৰ কামনা। ●

# ড° ভূপেন হাজৰিকাৰ গীতত গ্ৰাম্য-জীৱন

মিহিৰ দেউৰী।

গান গায় শেষ কৰাৰ লগে লগে চাৰি বছৰীয়া শিশুটিৰ দুগাল ওপচাই সভাৰ বিশিষ্ট অতিথি গৰাকীয়ে টপৰ টপৰকৈ চুমা আঁকি দিলে। কোলাত তুলি ললে। কণমানি শিশুটিৰ কণ্ঠটিয়ে অতিথি গৰাকীক এনেভাৱে মুহিলে যে একোলা লৈ এচুমা দিহে শান্তি পালে।

এয়া ১৯৩০ চনৰ এখন ৰাজহুৱা সভাৰ কথা। অতিথি গৰাকী আজি আমাৰ মাজত সশৰীৰে নাই। কিন্তু এটি বিৰাট অধ্যায় হৈ ইতিহাসৰ পাত পোহৰাই আজিও আছে। "সাহিত্যৰথী" "ৰসৰাজ" আদি নামাকৰণেৰে।

শিশুটি আজি ডাঙৰ হ'ল। তাৰ মুখৰ ওপৰেদি দুকুৰি ষোল্লটা বসন্ত হোহোৱাই গুচি গ'ল। হয়তো সি তলকিব নোৱাৰিলে। সি আজি নাম পালে শিল্পী। কবি, গীতিকাৰ, সুৰকাৰ, গায়ক আৰু বহুতো। অকল কবি নহয়, গীতিকাৰ নহয়, সুৰকাৰ নহয় নিজে এটা কবিতা, গীত, সুৰ। আমি নিশ্চয় উলটি যাব লাগিব এই কবিতা, গীত, সুৰৰ প্ৰেৰনা বিচাৰি আৰু দুটা বৃহৎ অধ্যায়ৰ মাজলৈ। দুটি অধ্যায়। দুখন বহল বুকু। এই বহল বুকু দুখনত মূৰ গুজিবলৈ এই কবিতাই, সুৰে, গীতে যদি সুবিধা নাপালেহেতেন বহুখিনি অসমপূৰ্ণ হৈ ৰ'লহেতেন এই প্ৰতিভাৰ। অনুমান হয় সেই অধ্যায় দুটিয়ে সময়ত

পালে "ৰূপকোঁৱৰ" আৰু "কেৰেংগাদাও"— ।

ৰসৰাজৰ চুমাৰ পৰশে, 'ৰূপকোঁৱৰ' 'কেৰেংগাদাওৰ' বুকুৰ উমে যাক দিলে শিল্পী নামৰ এটা সত্বা, সংগ্ৰাম নামৰ এটা উম্মা শিহৰণ । তাৰ নাম ভূপেন্দ্ৰ । ভূপেন হাজৰিকা । ডঃ ভূপেন্দ্ৰ কুমাৰ হাজৰিকা, BOOP. বহুতৰবাবে চিৰ নমস্য ভূপেনদা ।

লুইত লাংপি, সোৱনশিৰি, দিখৌ, ভোগদৈ, চাংপো, উমৰাংচু, কলং, কপিলি, কাবেৰী, গোদাবৰী, গঙ্গা, পদ্মা, ভল্গা, মিচিচিপি মিচৌৰি সাতুৰি নাহৰি মিঠা মিঠা জলধাৰ পান কৰি সুধা কণ্ঠই তৃপ্তি লভিছে । পাইছে নতুন সজীৱতা, নিবিৰতা । প্ৰান্তে প্ৰান্তে, শিখৰে শিখৰে বিহঙ্গমী যাযাবৰী হৈ জীৱন সংগ্ৰাম, আশা নিৰাশা, ঘাট প্ৰতিঘাট, হাঁহি-কান্দোনক সুৰৰ লহৰে কণ্ঠৰ ধ্বনিৰে বিশালৰ মাজলৈ লৈ গৈছে । বিশালক বিশালৰ মাজত আবদ্ধ কৰি ৰাখিবলৈ প্ৰয়াস কৰিছে ! গীতেই যাৰ জীৱন, গীতেই যাৰ ধৰ্ম্ম, সেই জনে গীতত্তে প্ৰকাশ কৰিছে বিদ্ৰোহৰ, জাতীয় প্ৰেমৰ, মানৱ প্ৰেমৰ, জাতিভেদৰ, অনিৰাপত্তাৰ, সামাজিকতাৰ, প্ৰেমৰ, নিজৰ প্ৰানৰ একো একোটি প্ৰতিচ্ছবি । বুকুৰে বুকু বিচাৰক, মৰমে মৰম বিচাৰক, মানুহে মানুহ বিচাৰক বুলি উদাত্ত কণ্ঠই খলকনি তুলিছে ।

ভূপেন্দ্ৰ আজি এটা নামহৈ থকা নাই, এটা বিৰাট প্ৰতিভা, এটা বিৰাট অধ্যায় । সৰু সৰু অলক্ষিত জীৱনবোৰৰ আহ্বানত ব্যাকুল হৈ সুৰৰ পানচৈ মেলি দিছে গতিৰ বাটত । যি গতি সুদূৰ প্ৰসাৰী, দিগন্তচুম্বী । জনজীৱনৰ নিবিড় সান্নিধ্য বিচাৰি বোকাপানী খচকি খচকি ভ্ৰমিব লাগিছে । কেঁচা মাটিৰ সুবাসত নিজকে বিলাই দি মৰমী গাঁৱৰ শীতল কোলা বিচাৰি শিল্পীৰ প্ৰান আকুল হৈ পৰিছে । সেই আকুল প্ৰাণে অনুভৱ কৰিছে অসমৰ প্ৰতিখন "শদিয়াৰ সেই অঁকা গাওঁখন"ৰ দৰে গাৱৰ



মানুহ বোৰক, জীৱনবোৰক । গাওঁবোৰ অকল একোখন গাওঁ নহয়, একো গৰাকী মৰমী আই । শিল্পীৰ মাতৃৰ প্ৰতি অগাধ ভক্তি ! মাতৃ অতি মৰমৰ, অতি প্ৰিয় । জনমদাত্ৰী মাতৃ তেওঁৰ মতে জ্ঞানদায়িনী । এই মাতৃক তেওঁ যেনেদৰে চেনেহ কৰে, ভাল পায়, ঠিক তেনেদৰে গাওঁবোৰক ভাল পায় । মাতৃৰ প্ৰতি যি দৃষ্টি গাওঁৰ প্ৰতি সেই একে দৃষ্টি । কেচা মাটিৰ মিঠা সুবাসে শিল্পীৰ মন চঞ্চল কৰি তোলে । দেহলৈ প্ৰশান্তিৰ নিজৰা কঢ়িয়াই । বোকাপানীৰ গন্ধবোৰ আঁহিয়া আঁহিয়া হলেও ইয়াত কৃত্ৰিমতা নাই, বিকৃত বৰ্তমানৰ প্ৰলেপ নাই । বিশাল সেউজৰ মাজে মাজে নদাই, ভদাই, ৰঙিলী, ৰহদৈ নামৰ ক্ষুদ্ৰ ক্ষুদ্ৰ জীৱনবোৰ বৈ আছে । যৌৱনক, জীৱনক উটাই দিছে স্বভাৱ শিল্পীয়ে সুৰে সুৰে তালে তালে । এই অলক্ষিত জীৱনবোৰৰ নোপোৱাৰ বেদনা, হাঁহি কান্দোনৰ সৈতে নিবিৰ একাত্ম হৈ পৰিছে । অলসভাৱে নিগৰিত হৈছে —

সেইয়া মাথো মোৰ গাওঁ নহয়
সেইয়া মোৰ মৰমী আই
ঘৰমুখী পখী আঁহিছো উভতি
পাবলৈ কোলাতে ঠাই ।

এই মৰমী গাৱঁৰ ৰহদৈ, ৰঙিলীহঁতৰ নোদোকা গাবোখ চাই চাই শিল্পীয়ে চকু জুৰাইছে । ইহঁতৰ ৰূপৰ তুলনা নাই ।

গাৱঁৰে জীয়াৰী সপোন সুন্দৰী
গাৱঁতে সৰগ ৰচোঁ মই
মাটিতে সৰগ ৰচোঁ মোক
দেৱতাই ৰ লাগি চাই ।

জীয়াৰীহঁতৰ ৰূপৰ আঁহে আঁহে নিহিত হৈ আছে অন্তৰ্হিত প্ৰত্যয়, প্ৰজ্ঞা । এই প্ৰত্যয়েৰে, প্ৰজ্ঞাৰে ইহঁতে গাৱঁৰ মাটিত

সৰগ ৰচিব পৰা শক্তি আছে। ইহঁত সুন্দৰী। ইহঁত যুন্ধা।

গাঁৱৰ ধাননিৰে মখেই দাৱনী
মুগাৰে বিহাখনিৰ ময়ে বোৱনী
মোক দেশেই সাৰটি লয়—

আঘোনতলী খদমদমাই তোলে গাভৰু দাৱনী জাকে। বিহাৰ ভাঁজে ভাঁজে মৰমৰ সঁফুৰা সাঁচে। মৰমক মৰমেৰে মিলাই ইতিহাস ৰচনা কৰে। দেশৰ মানুহৰ বুকুত বিলাই দিয়ে এই মৰম, এই ইতিহাস। এই জাক মনপা গাভৰুক দেশে নিতে বিচাৰে। তাৰ পাছতে শিল্পীৰ কণ্ঠত নিৰ্গত হৈছে—

অ' আমি ডেকা গাঁৱলীয়া
গাৱঁৰে ৰাখিমে মান।
নাঙল যুঁৱলীৰে পৃথিবী সজাওঁ
ৰ'দত ভিৰে বিৰাই জান

পুৱাৰ ফেঁচুলিকাই চিঁ চিঁ কৰাৰ লগে লগে কান্ধত নাঙললৈ পথাৰলৈ ওলাই যোৱা পাহোৱাল ডেকাটিত শিল্পীৰ দৃষ্টি থমকি ৰৈছে। সবল বাহু দুটাৰে, বহল বুকুখনেৰে, মাংসল উৰু দুটিৰে প্ৰতিটি ডেকা একোটি সমৰ সৈনিক। ইহঁত গাৱঁৰ ধন, গাঁৱৰ মান। লগে লগে দেশৰ। চোকা লো ফাল খনেৰে নাঙলটোৰে সৈতে ইহঁতৰ পৃথিবীক জিনিব পৰা শকতি আছে।

এইবাৰ শিল্পীয়ে দৃষ্টিপাত কৰিলে শিপিনি জনীলৈ—

অসমীৰে চোতালত ৰ'দ কাচলিত বহি বহি
বতোলাই বতোলে বাটি কঢ়াই কাঢ়ে—"

শিল্পীয়ে এই সৰু সৰু জীৱন বোধৰ মাজতে লুকাই থকা সাংস্কৃতিক বান্ধোনৰ কথা সুঁৱৰিছে। শিপিনীৰে সৈতে তাঁতশালখন, মাকো, উঘা, চেৰেকী, ৰেওঁ, ব প্ৰভিতি সৰু সৰু সম্পদতে বিশাল অসমীয়া সংস্কৃতিৰ পথাৰখনৰ যোগসূত্ৰ নিবিড় ভাৱে অনুভৱ



কৰিছে। এই সহজ সৰল গতানুগতিকতা বোৰ অতি মধুৰ! বিহঙ্গমীৰ দৃষ্টিত ধৰা দিছে "গাৱঁৰে কঠিয়াতলী" দৰাই। কঠিয়াতলিত দেখিছে নতুন দিনৰ ধুনীয়া সপোন। পাইছে নতুন নতুন ভাষা, নতুন নতুন ৰং। জীৱনৰ বিভিন্ন ক্ষেত্ৰৰ পৰা বুটলি অনা সৌন্দৰ্য্য সোপান মিলাই দিছে এই নতুন নতুন ৰঙৰ তুলিকাত।

ইমান নতুন ৰঙৰ মাজতো শিল্পী হৈ পৰিছে ব্যথাতুৰা।

ইফালেদি ভটিয়াই ৰংমন ভদীয়া
সিফালেদি লখিয়াই তোক নাজিতৰা

লাঞ্চিত প্ৰপীড়িত, হোজা নিমাখিত মানুহ খিনিৰ মনৰ ক্ষোভ ব্যথাতে সমভাগী গীতিকাৰ। ৰংমন নাজিতৰাহঁতৰ সহজ নিমজতাৰ সুবিধালৈ এই জীৱনবোৰৰ মাজত এক শ্ৰেণীয়ে যে বিষাক্ত কীট মেলি দিছে সেইটোও দৃষ্টি গোচৰ নোহোৱাকৈ থকা নাই। এই মানুহবোৰৰ মুক্তিৰ বাবে সুধাকণ্ঠই ব্ৰজ-নিনাদি চিঞৰিছে। মানুহৰ পশুত্বৰ বিপৰীতে হুঙ্কাৰ দিছে।

যেতিয়া বাৰিষা আহে হোজা মানুহ খিনিৰ লগতে শিল্পীৰ বুকুখনো কঁপি উঠে। এয়া যে প্ৰকৃতিৰ প্ৰতিশোধ। বাৰিষা আহিলেই অজান আশঙ্কাত বুকু কঁপি উঠে। কাম চৰাইৰ পাখীৰ দৰে নাচি থকা বাওডৰা, কলপকীয়া দিয়া আহুডৰা যদি এইবাৰো লৈ যায়। বিহ্বলাতুৰ মনবোৰ। বান আহিবই। বাৰিষা আহিলেই বান আহিবই এটা যেন অভিশাপতেই পৰিণত হৈছে।

ভৰ বাৰিষাৰ বানে
থহাই নিলে গাওঁ
পাৰতে উচুপি কান্দে
দুখীয়াৰ ছাও।

এই বানক ৰোধিব পৰা শক্তি মানুহৰো আছে।

কাষতে কলচি লৈ অমৃত আনিছোঁ
শিৰতে বান্ধিছোঁ বান
গাৱঁৰে ৰাখিমে মান।

আজি ৰাজনীতিৰ মেৰ পেছত পৰি গাৱঁৰ অজলা জীৱনবোৰ থকা সৰকা হৈছে। ক্ষমতাৰ ধুলি ধুমুহাই এই সৰু সৰু মানুহবোৰ চানি ধৰিছে। তাৰ বিপৰীতে এই মানুহখিনিৰ কণ্ঠত দিছে—

ৰাইজৰ এইগাল লোক
দলদোপ, দলদোপ হেঁন্দোল দোপ।

ইয়াৰোপৰি শিল্পীৰ কণ্ঠত নিৰ্গত হৈছে গ্ৰাম্যজীৱনৰ হাঁহি কান্দোন, আনন্দ ব্যথাৰ আৰু বহুসুৰ। সীমিত পৰিসীমাত সকলো বিলাক সাঙুৰাটো সচাঁকৈ টান। যি কি নহওক ভুপেন হাজৰিকা অসমীয়া গ্ৰাম্য জীৱনটোক অঙ্কিত কৰা অন্যতম সাৰ্থক শিল্পী—।

---



---

এটি তথ্যমূলক প্ৰবন্ধ ঃ

# ১৯২৬ চনৰ পৰা ১৯৮২ চনলৈ ডঃ ভূপেন হাজৰিকা

যুগুতাওতা ঃ সমীৰ কুমাৰ মহন্ত।

[ পদ্মশ্ৰী ডঃ ভুপেন হাজৰিকা। বিশ্বৰ সঙ্গীত জগতৰ এক উজ্বল নাম। অসম তথা অসমীয়া ৰাইজৰ বাবে এক গৌৰৱ। একেৰাহে গীতিকাৰ, সুৰকাৰ আৰু গায়ক ডঃ ভূপেন হাজৰিকাৰ জীৱনৰ ওপৰেদি পাৰ হৈ যোৱা বিভিন্ন গুৰুত্বপূৰ্ণ চনৰ বিষয়ে এটি থুলমূল বিৱৰণ এই প্ৰৱন্ধটোত উল্লেখ কৰা হৈছে। অৱশ্যে এই প্ৰৱন্ধটোৱে সকলো সামৰি নলবও পাৰে। আমাৰ কামনা; সু-স্বাস্থ্যৰে ডঃ হাজৰিকাদেৱ দীৰ্ঘজীৱী হৈ ১৯৮২ চনৰ পৰা আৰু বহু চনলৈ সঙ্গীত সাধনাৰে অসমক আগুৱাই লৈ যাওক আৰু সঙ্গীতৰ ক্ষেত্ৰত বিশ্বৰ দৰবাৰত অসমক স্থায়ীভাৱে স্থাপন কৰক। ]

জন্ম সম্পৰ্কে ঃ— ১৯২৬ চনত বৰ্ত্তমান অৰুণাচলৰ শদিয়াত ভাদ মাহত এটি উজ্বল নক্ষত্ৰৰূপে ডঃ ভূপেন হাজৰিকাৰ জন্ম হয়। পিতৃৰ নাম আছিল নীলকান্ত হাজৰিকা আৰু মাতৃৰ নাম আছিল শান্তিপ্ৰিয়া দেৱী। সৰুকালত ডঃ ভূপেন হাজৰিকাৰ নাম আছিল শ্ৰীভুপেন্দ্ৰ কুমাৰ হাজৰিকা।

শিক্ষাসম্পৰ্কে ঃ— ১৯৪০ চনত তেজপুৰ উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা প্ৰবেশিকা পৰীক্ষা, ১৯৪২ চনত কটন কলেজৰ পৰা ইন্টাৰ-

মেডিয়েট পৰীক্ষা আৰু ১৯৪৪ চনত বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা স্নাতক পৰীক্ষা পাচ কৰে। তাৰোপৰি ১৯৪৬ চনত বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা ৰাজনীতি বিজ্ঞানত স্নাতকোত্তৰ, ১৯৫০ চনত আমেৰিকাৰ কলম্বিয়া বিশ্ববিদ্যালয়ৰ পৰা শিক্ষা বিজ্ঞানত স্নাতকোত্তৰ আৰু ১৯৫২ চনত নিউইয়ৰ্ক কলম্বিয়া বিশ্ববিদ্যালয়ৰ পৰা ডঃ ভূপেন হাজৰিকাই "ROLE OF MASS COMMUNICATION IN INDIA'S ADULT EDUCATION"ত পি, এইচ, ডি (P.h.D) উপাধি লাভ কৰে।

চলচিত্ৰৰ পৰিচালক হিচাবে ঃ— ১৯৫৬, ৫৮, ৬১, ৬৪, ৬৬, ৬৮, ৬৯, ৭৫, ৭৬, আৰু ১৯৭৯ চনত ক্ৰমে "এৰাবাটৰ সুৰ" "মাহুত বন্ধুৰে", "শকুন্তলা", "প্ৰতিধ্বনি", "লটিঘটি", "ভাগ্য", "চিকমিক বিজুলি", "মেৰা ধৰম মেৰি মা", "ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আৰু জয়মতী", আৰু "মন প্ৰজাপতি" কথাছবি কেইখন পৰিচালনা কৰি সুখ্যাতি অৰ্জন কৰে। ইয়াৰ ভিতৰত শকুন্তলা, প্ৰতিধ্বনি আৰু লটিঘটি কথাছবি কেইখনে অসমলৈ ৰাষ্ট্ৰপতিৰ ৰূপৰ পদক কঢ়িয়াই আনে।
কথাছবিৰ সংগীত পৰিচালক হিচাবে ঃ— ডঃ ভুপেন হাজৰিকাই সংগীত পৰিচালনা কৰা কথাছবিবোৰ হল ক্ৰমে পৰিচালক স্বনীল গঙ্গোপাধ্যায়ৰ "সতী বেউলা" (১৯৪৮), বিষ্ণুৰাভা আৰু ফণীশৰ্মাৰ "চিৰাজ" (১৯৪৮ চন), ফণীশৰ্মাৰ 'পিয়লি ফুকন" (১৯৫৫ চন), ডঃ ভূপেন হাজৰিকাৰ নিজৰে 'এৰাবাটৰ সুৰ' (১৯৫৬ চন), ফণীশৰ্মাৰ "ধুমুহা" (১৯৫৭ চন), ফণীশৰ্মাৰ "কেচাঁ সোণ" আৰু "পুৱঁতি নিশাৰ সপোন" (১৯৫৯ চন), ডঃ হাজৰিকাৰ নিজৰে "শকুন্তলা" (১৯৬১ চন) সৰ্ব্বেশ্বৰ চক্ৰবৰ্ত্তীৰ "মনিৰাম দেৱান" (১৯৬৩ চন), ডঃ হাজৰিকাৰ নিজৰ "প্ৰতিধ্বনি" (১৯৬৪ চন), "লটিঘটি" (১৯৬৬ চন), "চিকমিক বিজুলি" (১৯৬৯ চন), আব্দুল মজিদৰ "চামেলি মেমচাব" (১৯৭৫ চন)



পুলক গগৈৰ "খোজ" (১৯৭৫ চন), জীৱন বৰাৰ "পলাশৰ ৰং" (১৯৭৬ চন), আব্দুল মজিদৰ "বনহংস" (১৯৭৭ চন), "বনজুই" (১৯৭৮ চন), ডঃ হাজৰিকাৰ নিজৰে "মন প্ৰজাপতি" (১৯৭৯ চন), গৌৰী বৰ্মনৰ "অকণ" (১৯৮০ চন) প্ৰবীন বৰাৰ "অঙ্গীকাৰ" (১৯৮০ চন) আৰু জাহ্নু বৰুৱাৰ "অপৰূপা' (১৯৮১ চন)।

ইয়াৰ ভিতৰতে "চামেলি মেমচাব" কথাছবিখনৰ সংগীত পৰিচালনাৰ বাবে ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ সঙ্গীত পৰিচালকৰ বাবে তেওঁক ৰাষ্ট্ৰপতিয়ে ১৯৭৬ চনত জাতীয় সন্মানৰ দ্বাৰা বিভূষিত কৰি নগদ টকা দহ হাজাৰ আৰু মানপত্ৰ আগবঢ়ায়।

অন্যান্য গুৰুত্বপূৰ্ণ চন সমূহ ঃ— ডঃ হাজৰিকাৰ পিতৃ ৺নীলকান্ত হাজৰিকাৰ ৰচিত গীত এটিত প্ৰথম সুৰ দিয়ে ১৯৩৪ চনত।

১৯৩৯ চনত অনাতাৰ কেন্দ্ৰৰ (কলিকতা) যোগেদি প্ৰথম গীত প্ৰচাৰ কৰে। গীতটি ৺নীলকান্ত হাজৰিকাৰ।

গীতটি হ'ল—

অ' মইনা কেতিয়া আহিলি তই
অহাবে লগতে বননিৰ মাজতে
ফুলে বৰণীয়া জাঁই ॥
মলয়া বতাহো লগতে আনিলি
গানো শাঁতে পৰি যায়
শুৱলা গীত এটি গায় ॥
আজলী হৰিণী অতিকৈ শুৱনী
নিজৰাৰে পানী খায়।
এখুজি দুখুজি থমকি থমকি
ঘূৰি ঘূৰি চৰি যায়।
মোৰ মইনা ঘুৰি ঘুৰি চৰি খায় ॥

১৯৩৯ চনত ডঃ ভুপেন হাজৰিকাই জ্যোতি প্ৰসাদ আগৰৱালা

দ্বাৰা পৰিচালিত 'ইন্দ্ৰমালতি' কথাছবিত প্ৰথমে নিজৰ কণ্ঠৰে গান গায়।

১৯৬৮ চনৰ মাৰ্চ মাহত সেই সময়ৰ অসম সাহিত্য সভাৰ সভাপতি অতুল চন্দ্ৰ বৰুৱাই ড° ভূপেন হাজৰিকাক "সুধাকণ্ঠ" উপাধিৰে বিভুষিত কৰে।

১৯৫০ চনৰ ১ আগষ্টত নিউইয়ৰ্ক চহৰত ড° ভূপেন হাজৰিকাই ডাঃ এম, এম পেটেল (M. B. B. S. O. B. E.) ৰ কন্যা শ্ৰীমতী প্ৰিয়ম্বদা এম পেটেলক বিয়া কৰায়। ড° হাজৰিকাৰ একমাত্ৰ পুত্ৰেকৰ নাম তেজ হাজৰিকা।

১৯৪৯ চনত ড° ভূপেন হাজৰিকাই নিউইয়ৰ্কৰ টেলিভিশ্যন কাৰ্য্য সূচীত অংশ গ্ৰহন কৰে। টেলিভিশ্যনত অংশ গ্ৰহণ কৰা প্ৰথম অসমীয়া ড° ভূপেন হাজৰিকা।

৺বিষ্ণুপ্ৰসাদ ৰাভা আৰু ড° ভূপেন হাজৰিকাই যুটীয়া ভাৱে ৰচনা কৰা পুথি 'মুক্তি দেউল' প্ৰকাশ পোৱাৰ পিছত মাৰ্ক্সৰ প্ৰভাৱ পৰা বুলি অভিযুক্ত কৰি ড° হাজৰিকাক আমেৰিকাত সাতদিন জেলত ৰখা হয়।

১৯৭৯ চনত তিনিচুকীয়াত অনুষ্ঠিত নিখিল ভাৰত বঙ্গ সাহিত্য সম্মিলনীয়ে ড° হাজৰিকাক সন্মান জনাই।

ড° ভূপেন হাজৰিকাই ১৯৭৩ চনৰ জুলাই আৰু আগষ্ট মাহত 'আন্তৰ্জাতিক যুৱ মহোৎসৱ'ৰ বিশেষ আমন্ত্ৰন ক্ৰমে ভাতৃ ৺জয়ন্ত হাজৰিকাৰ লগত বাৰ্লিনলৈ যায় আৰু আলেকজেণ্ডাৰ প্লাজাত গীত পৰিবেশন কৰি দৰ্শকৰ প্ৰশংসা আৰু এটা সোণৰ পদক (ইন্টাৰনেচনেল জুৰিয়ে দিয়ে) লাভ কৰে।

১৯৭৭ চনত বাংলা ছবি 'দম্পতী' আৰু ১৯৭৮ চনত বাংলাদেশত নিৰ্মাণ কৰা 'সীমানা পেৰিয়ে' নামৰ ছবি কেইখনৰ শ্ৰেষ্ঠ সঙ্গীত পৰিচালকৰ বাবে ড° হাজৰিকাই বটা লাভ কৰে।



১৯৭৭ চনতে ড° হাজৰিকাক ভাৰত চৰকাৰে পদ্মশ্ৰী উপাধিৰে বিভুষিত কৰে।

১৯৭৬ চনত 'মেৰা ধৰম মেৰী মা' (অৰুণাচলৰ পৰা নিৰ্মিত) ছবিৰ বাবে ২৬ জানুৱাৰী গণৰাজ্য দিৱসৰ দিনা অৰুণাচল চৰকাৰে সোণৰ পদক আগবঢ়ায়।

১৯৭৮ চনৰ ১০ চেপ্তেম্বৰত ড° ভূপেন হাজৰিকাই ইংলেণ্ডৰ মঞ্চত বৰ্ণ বৈষম্যৰ বিৰুদ্ধে গীতেৰে প্ৰতিবাদ জনাই সাহসৰ পৰিচয় দিছিল।

১৯৩৭ চনত ডঃ হাজৰিকাই জীৱনৰ প্ৰথম গীত ৰচনা কৰে। গীতটিৰ প্ৰথম তিনিশাৰী হ'ল।

"কুসুম্বৰ পুত্ৰ শ্ৰীশঙ্কৰ গুৰুৱে ধৰিছিল নামৰে তান
নামৰে সুৰতে আনন্দত নাচিছিল পবিত্ৰ বৰদোৱা থান
মোৰ গুৰু ঐ পবিত্ৰ বৰদোৱা থান।।

ৰাইজে নিশ্চয় জানিব পাৰিছে যে—বাংলা চলচিত্ৰ প্ৰচাৰ সমিতিৰ দশম বাৰ্ষিক (১৯৮১ চন) পুৰস্কাৰ প্ৰতিযোগিতাত বছৰত শ্ৰেষ্ঠ যাত্ৰা- সঙ্গীত পৰিচালক ৰূপে পুৰস্কৃত হয় ড° ভূপেন হাজৰিকা। ড° ভূপেন হাজৰিকাই "মৰমী বধু"ৰ সঙ্গীত পৰিচালনাৰ বাবে এই পুৰস্কাৰ লাভ কৰে। ১৯৮১ চনৰ পশ্চিমবঙ্গ যাত্ৰাৰ শ্ৰেষ্ঠ সঙ্গীত পৰিচালনা ৰূপে পুৰস্কাৰ লাভ কৰে। ড° হাজৰিকাই 'মৰমী বধু'ৰ সঙ্গীত পৰিচালনাৰ বাবে এই বটা লাভ কৰে।

## ড° ভূপেন হাজৰিকাৰ দ্বাৰা সম্পাদিত আলোচনী সমূহ—

১৯৬৪ চনৰ পৰা ১৯৬৭ চনলৈ গুৱাহাটীৰ গতি প্ৰকাশৰ দ্বাৰা প্ৰকাশিত 'গতি' নামৰ এখনি সাময়িক কলা আলোচনী ড° হাজৰিকাই সম্পাদনা কৰিছিল।

১৯৭০ চনত ড° হাজৰিকাই গুৱাহাটীৰ বিন্দু প্ৰকাশৰ দ্বাৰা

প্ৰকাশিত বিন্দু নামৰ আলোচনীখনৰ সম্পাদনা কৰিছিল । আলো-চনীখনৰ ৮টা সংখ্যা ওলাই প্ৰকাশ বন্ধ হৈছিল ।

১৯৬৪ চনত কলিকতাৰ পৰা প্ৰকাশিত 'আমাৰ প্ৰতিনিধি' নামৰ আলোচনীখনৰ সম্পাদনা বৰ্তমানলৈকে কৰি আছে ড° হাজৰিকাই । অৱশ্যে বৰ্ত্তমান সাময়িক ভাৱে আলোচনীখনৰ প্ৰকাশ বন্ধ হৈ আছে।

ইয়াৰ উপৰিও ড° হাজৰিকাই ইংৰাজী ভাষাৰ কাকত নিউ ইণ্ডিয়াৰ ( New India ) ৰ সম্পাদনা কৰিছিল ।

হে মহান শিল্পী, তুমি অসমীয়া ৰাইজৰ বহু আশা আকাংখা পূৰণ কৰিলা, তথাপি অসমৰ ৰাইজে তোমাৰ পৰা আৰু বহু আশা কৰে। আশা কৰো অসমৰ ৰাইজৰ হিয়া ভৰা শুভেচ্ছা আৰু আশীৰ্বাদ সবোগত কৰি তুমি অসমলৈ সুখ্যাতি কঢ়িয়াই আনিবা তোমাৰ গীতৰ ভাষাৰেই কওঁ—

তোমাৰ গান হওঁক
বহু আস্থাহীনতাৰ বিপৰীতে
এক গভীৰ আস্থাৰ গান ।

শেষত তোমালৈ আমাৰ সহস্ৰ প্ৰণাম জনালো ।

০ ০ ০ ০

# বিদেশত ড° ভূপেন হাজৰিকাৰ কৃতিত্ব

● শেখৰ জ্যোতি ভূঞা।

১৯৭৯ চনত আমেৰিকাত :

ভূপেন দাক লগ পাবলৈ ১৯৭৯ চনৰ ১ নৱেম্বৰত তেজপুৰলৈ গৈছিলো । তেখেতে চাৰিমাহ বিদেশ ভ্ৰমণ কৰি অসমলৈ প্ৰথম আহিব— জ্যোতিবন সাংস্কৃতিক সন্থাই আয়োজন কৰা ১ আৰু ২ নৱেম্বৰত দুটি সন্ধিয়াত গীত গাবলৈ ।

১ নৱেম্বৰত সন্ধিয়া তেজপুৰৰ জিলা পুথি ভড়ালৰ গেটৰ মুখতে ভূপেন দাক লগ পালো মোৰ হাতখন নি তেখেতৰ হাতৰ মাজত সোমোৱাই হলৰ ভিতৰলৈ লৈ গ'ল । .......

২ নৱেম্বৰৰ পুৱা তেজপুৰত শ্ৰীদুৰ্গা গোস্বামীৰ বাসভৱনলৈ গলো ভূপেন দাই আগদিনা কোৱা মতে । ........

...... ভূপেন দা বেচ স্মাৰ্ট আৰু সুন্দৰ স্বাস্থ্যৰে বিদেশৰ পৰা উভটিছে । নেপালী টুপিটোৰ ওপৰত অকনমান সোণালী প্লেট খনত CANADA বুলি লেখা আছে । ডিঙিত এটা সোণালী লকেট পিন্ধি আছে । লকেটত ঈগল চৰাইৰ সৰু ছবি । সেই লকেটটো তেখেতক আমেৰিকাৰ ৰকী পৰ্বতৰ এজন ৰেড ইণ্ডিয়ান বৃদ্ধই উপহাৰ দিছিল । যেনেকৈ আমাৰ আপাতানী কিম্বা অন্য জনজাতীয় মানুহে উপহাৰ দিয়ে । ৰেড ইণ্ডিয়ান সকলে ঈগল চৰাইক পূজা কৰে । তেওঁ ভূপেন হাজৰিকাৰ গুণত মুগ্ধ হৈ উক্ত লকেট উপহাৰ দি কৈছিল— " এইটো পিন্ধিলে তোৰ মাতটো ভালে

থাকিব, বাত বেমাব নহয় আৰু বহুদিন জীয়াই থাকিবি।”

ভূপেন হাজৰিকা আমেৰিকালৈ গৈছিল সাংস্কৃতিক ভ্ৰমণৰ বাবে কেইবাটাও সন্থাৰ দ্বাৰা আমন্ত্ৰিত হৈ। নিউ ইয়ৰ্কৰ টেগৰ চচাইটি, অটোৱাৰ দেশান্তৰী ক্লাব, ভাৰত-বাংলাদেশ সংঘ, অসম সংঘ আৰু কেইখনমান বিশ্ববিদ্যালয়ৰ দ্বাৰা আমন্ত্ৰিত হৈ ১৯৭৯ চনৰ ৮ জুনৰ পৰা প্ৰায় তিনিমাহে আমেৰিকাত গীত গাই, বিভিন্ন অনুষ্ঠানত, চেমিনাৰত ভাষণ দি, ৰেডিঅ', টেলিভিচনত প্ৰগ্ৰেম কৰি হিমালয় সদৃশ জনপ্ৰিয়তা আৰ্জি তাৰ শ্ৰোতা-জনতাক মুগ্ধ কৰে। আমেৰিকাত তেখেতৰ সমান সন্মান কোনো ভাৰতীয় শিল্পীয়ে আজিলৈকে পোৱা নাই। প্ৰমাণ তাৰ বাতৰি কাকত-আলোচনী বোৰত প্ৰকাশিত শিৰোনামা বাতৰিবোৰ।

অটোৱা, মণ্ট্ৰিয়েল, কেনেডা, আদিত ৰেডিঅ' আৰু টেলিভিচনত ভূপেন হাজৰিকাৰ গীত মাত আৰু সাক্ষাৎকাৰ প্ৰচাৰ কৰিছিল।

ড° ভূপেন হাজৰিকাই যি খন বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডি ডিগ্ৰী পাইছিল নিউইয়ৰ্কৰ সেই কলম্বীয়া বিশ্ববিদ্যালয়ে বঙ্গৰ সাহিত্যিক চানক্য সেনক অতিথি হিচ বে আমন্ত্ৰণ জনাই ড° হাজৰিকা দেৱক সেই সভাত সন্মান জনাইছিল। ড° ভূপেন হাজৰিকাই ১৯৫২ চনত পি এইচ ডি পোৱা থেচিচ খনৰ বিষয় আছিল "ROLE OF MASS COMMUNICATION IN INDIA'S ADULT EDUCATION"

২৭ জুলাই, ১৯৭৯ চন। ড° ভূপেন হাজৰিকাক আমেৰিকাত 'স্কুল অব অনাৰ' সন্মানেৰে বিভূষিত কৰিছিল। ২৯ জুলাইত আমেৰিকাৰ 'টেগৰ চচাইটি'য়ে আয়োজন কৰা অনুষ্ঠানত গীত পৰিৱেশন কৰোতে হাজাৰ হাজাৰ গুণমুগ্ধ দৰ্শকৰ মৰমৰ উৎপাতৰ পৰা ৰক্ষা কৰিবলৈ পুলিচে ৰক্ষণাবেক্ষণ দিবলগীয়া হৈছিল।

মণ্ট্ৰিয়েল, অটোৱা, তৰণ্টু, এড্‌মন্‌টন, বাৰ্কলে ইউনিভাৰচিটি



চেণ্টেলুইচ, চান্‌ফ্ৰান্সিচকো, চিকাগো, লচ্‌এঞ্জেলচ, নিউইয়ৰ্ক, নিউজাৰ্চি আদি ঠাইত বিভিন্ন গোষ্ঠী আৰু সাংস্কৃতিক ক্লাবে ড° ভূপেন হাজৰিকাক সন্মান জনাই আৰু তেখেতৰ গীত মন্ত্ৰমুগ্ধ হৈ শুনে। ড° ভূপেন হাজৰিকাই অসমৰ তথা ভাৰতৰ গীত গাই গাই লক্ষ লক্ষ শ্ৰোতাৰ মন প্ৰাণ হৰে আৰু লগতে অসমীয়া সংস্কৃতিৰ বিশ্বৰ লগত পৰিচিত হয় আৰু এক স্বকীয়া আসন পায়। লোকগীতৰ বিখ্যাত নিটাৰ ৰিগাৰ ববডাইলান আদি দলৰ শিল্পী সকলে ভূপেন হাজৰিকাক সাদৰ সম্ভাষণ জনাইছিল।

ভূপেনদাই মোক কৈছিল— 'শেখৰ, নিউজাৰ্চিলৈ যাওঁতে বেচ জমিছিল। তাৰ এশমান ধুনীয়া ধুনীয়া ডাক্তৰ, ইঞ্জিনীয়াৰ, আদি আহি কলেহি ভূপেনদা আমি তিনিখন ৰাজ্য মিলি "অসম সংঘ" খুলিছো প্ৰথম বাৰৰ বাবে। আপুনি তাত গীত গাব লাগিব। মই তেতিয়া কলো— বোলো কি কি ৰাজ্য মিলি "অসম সংঘ' খুলিছা তোমালোকে ? তেওঁলোকে কলে— পেন্‌চিলভেনিয়া ৰাজ্য, মেনহেটেম বাজ্য আৰু নিউজাৰ্চি ৰাজ্য মিলি এই অসম সংঘ। — তেওঁলোকে মোৰ পৰা অসমৰ খবৰ ভাৰতৰ খবৰ ললে। তেতিয়া মই আমেৰিকাত যে আছো পাহৰি গৈছিলো ক্ষন্তেকৰ বাবে। মোৰ মনটো তেতিয়া অসমৰ কোনোবা চহৰত থকা যেন লাগিছিল।"

ড° ভূপেন হাজৰিকাক সম্বৰ্দ্ধনা জনাবলৈ 'অসম সংঘ'ৰ তৰফৰ পৰা শ্ৰীমতী ললিতা বৰাই অটোৱাৰ বাৰ্লিটন বিশ্ববিদ্যালয়ত এখনি সংগীত সভাৰ আয়োজন কৰে। উক্ত সংগীত সভাত কেনেডা আৰু আমেৰিকাৰ বিভিন্ন অংশত বাসকৰা অসমীয়ালোকে অংশ গ্ৰহণ কৰে। ড° ভূপেন হাজৰিকাৰ বিহুগীতৰ লগত কেনেডাত বাসকৰা অসমীয়া মহিলাৰ বিহুনৃত্যই সমবেত দৰ্শকক মুগ্ধ কৰে। অসমৰ কলা কৃষ্টি, সভ্যতা

আদি বিদেশী দৰ্শকৰ আগত দাঙি ধৰিবলৈ শ্ৰীমতী ললিতা বৰাই এটি টেলিভিচনৰ অনুষ্ঠানৰ আয়োজন কৰিছিল। এই অনুষ্ঠানত ডঃ ভূপেন হাজৰিকাৰ বিভিন্ন সঙ্গীতৰ লগতে বৰগীত, বিহুগীত, বিয়ানাম, আইনাম আদি দাঙি ধৰা হৈছিল। বিহুগীতৰ লগত বিহুনাচ দিয়ে শ্ৰীমতী লখিমী আগৰৱালাই।

আমেৰিকাৰ কেইবাঠাইতো ভূপেন হাজৰিকাই ভাৰতীয় চিনেমা, সংগীত আদিৰ বিষয়ে আয়োজিত আলোচনাত অংশ গ্ৰহণ কৰিছিল আৰু বহুতো প্ৰশ্নৰ উত্তৰ দিছিল।

ভূপেনদাই মোক কৈছিল— 'আমেৰিকা বৰ্তমান প্ৰাচুৰ্য্যৰ দোষত বেয়া হৈছে। ২০ বছৰীয়া ল'ৰাটো ভাল খাদ্যৰ বাবে ২৫ বছৰীয়া যেন দেখা গৈছে। আমেৰিকাত এজন মানুহৰ ২·৫ খনকৈ গাড়ী। অতিমাত্ৰা প্ৰাচুৰ্য্যই মানুহক ধ্বংস কৰে। সেয়ে তাত ভাৰতীয় বিড়ি আৰু চাৰমিনাৰ চিগাৰেটৰ বৰ আদৰ। তাত ভাং সুমুৱাই খায়। অতিমাত্ৰা প্ৰাচুৰ্য্যৰ বাবে তাৰ মানুহৰ শান্তি নাই। সেয়েহে ঔষধৰ দোকানৰ লগে লগে মনোবিজ্ঞানীৰ চেয়াৰ।'

ভূপেনদাই আৰু কৈছিল— 'এইবাৰ এটা কথা কিন্তু বেছ ভাল লাগিছে। আমাৰ ভাৰতীয় সকলে সাংস্কৃতিক জগতত আমেৰিকাত উচ্চস্থান পাইছে। ভাৰতৰ ল'ৰা জুবিন মেহতাক তেওঁলোকে সাৰটি conductor of the world বুলি কৈছে। ডঃ খোৰানাক নবেল প্ৰাইজ দিছে। 'খোৰানা ক্লাব' পাতিছে। ৰবি শংকৰৰ চেতাৰত মুগ্ধ হৈ 'ৰবি শংকৰ ক্লাব' পাতিছে। আলি আকবৰ খাঁৰ পুত্ৰ আশীষ খাঁইতে চানফ্ৰান্সিচকোত ভাৰতীয় সংগীত প্ৰচাৰ কৰি আছে।'

*  *  *  *  *



১৯৮০ চনত জাপানত:

টকিঅৰ 'RO-ON" ৰ আমন্ত্ৰনত ডঃ ভুপেন হাজৰিকা ১৯৮০ চনৰ ১৫ নবেম্বৰৰ পৰা এঘাৰ দিনৰ বাবে জাপান ভ্ৰমণলৈ গৈছিল। 'RO-ON' হ'ল এটি বুদ্ধিজীৱি আৰু সাংস্কৃতিক গোষ্ঠী। দেশ বিদেশৰ বিশিষ্ট শিল্পীক এই অনুষ্ঠানে নিয়মিত ভাবে জাপানলৈ আমন্ত্ৰণ কৰি শিল্পীৰ গীত মাত আৰু সৃষ্টিৰাজিক প্ৰদৰ্শন কৰি সন্মান জনায়।

জাপানৰ বিভিন্ন বাতৰি কাকত, আলোচনী, বাছ আদিত ডঃ ভুপেন হাজৰিকাৰ 'লাইফ চাইজ' ফটোৰে জাপানী ভাষাত তেখেতৰ বিষয়ে লিখি বহু আগৰে পৰা প্ৰচাৰ কাৰ্য্য চলাইছিল 'RO-ON' য়ে। তেখেত জাপান গৈ পোৱাৰ আগতেই তেখেতৰ বিভিন্ন গীতৰ জাপানী অনুবাদ, চমু জীৱনী, পুস্তিকা আৰু প্ৰচাৰ পত্ৰৰ জৰিয়তে জাপান মুখৰিত কৰিছিল।

ডঃ ভূপেন হাজৰিকাই টকিঅত প্ৰধানকৈ তিনিটা সাংস্কৃতিক সমাৰোহত যোগদান কৰিছিল।— সেই সমাৰোহত বিশ্বৰ বিভিন্ন স্থানৰ শিল্পী, সাহিত্যিক সাংবাদিক সকলৰ সমাবেশ ঘটিছিল।

টকিঅৰ এখন আলোচনা চক্ৰলৈ পৃথিবীৰ ১২০ জন সৰ্বশ্ৰেষ্ঠ গণশিল্পীক আমন্ত্ৰণ কৰা হৈছিল। এই সমাবেশলৈ ডঃ ভুপেন হাজৰিকাক মুখ্য অতিথি শিল্পী হিচাবে আমন্ত্ৰণ জনোৱা হৈছিল। জাপানৰ 'অকিনাৱাৰ' সৰ্বশ্ৰেষ্ঠ লোক শিল্পী থেৰুকিনাৰ সৈতে ডঃ ভুপেন হাজৰিকাই অসম তথা ভাৰতৰ লোকগীতৰ আৰু সংস্কৃতিৰ সম্পৰ্কে আলোচনা কৰিছিল। সাংবাদিক সকলে মত প্ৰকাশ কৰিছিল— 'অসমৰ শিল্পী ডঃ ভুপেন হাজৰিকা কেৱল ভাৰতৰে নহয় গোটেই পৃথিবীৰ এজন শ্ৰেষ্ঠ লোকগীতৰ গৱেষক আৰু শিল্পী।'

পলৱবচনৰ সৈতে ডং ভূপেন হাজৰিকাৰ ব্যক্তিগত সান্নিধ্য আৰু সাংস্কৃতিক যোগাযোগৰ বিষয়ে বিভিন্ন গোষ্ঠীয়ে ডং হাজৰিকাৰ সাক্ষাৎকাৰ গ্ৰহণ কৰিছিল।

হোকাইদেউ আৰু হাকোডাটেৰ বিভিন্ন অঞ্চলত ডং ভুপেন হাজৰিকাৰ গীত মাতত শ্ৰোতা মন্ত্ৰ মুগ্ধ হৈছিল। হোকাইদেউ আৰু হাকোডাটত জাপানৰ অন্যতম লোকগীত 'চ'ৰাম 'চ'ৰাম শুনি ডং ভুপেন হাজৰিকাই অসমৰ কামৰূপৰ লোকগীত "অ মোৰে মলুৱাক কোনে মাৰিলে"……… গীতটি গাবলৈ আৰম্ভ কৰি ইংৰাজীত তাৰ অনুবাদ কৰি দিয়ে— তেতিয়া 'মোৰে মলুৱা'ৰ গীতৰ সুৰত শ্ৰোতা জনতাই নাচিবলৈ আৰম্ভ কৰি দিছিল।

হিৰোচিমাত এটম বোমাই কৰা ধ্বংসলীলাৰ বিষয়ে গীত ৰচি ডং ভূপেন হাজৰিকাই সেই মৃত লক্ষজনক ঘূৰাই দিয়াৰ বিষয়ে গীতৰ ভাষাৰে বৈজ্ঞানিক সকলক আহ্বান জনাইছিল।

জাপানী সকল বৌদ্ধ ধৰ্মীৰ। তেওঁলোকে টাই সভ্যতা আৰু সংস্কৃতিৰ বিষয়ে জানে। ডং ভুপেন হাজৰিকাই ভাৰতীয় সংস্কৃতিৰ বিষয়ে আলোচনা কৰোতে অসমৰ টাই সভ্যতা আৰু সংস্কৃতিৰ বিষয়ে উল্লেখ কৰোতে জাপানৰ শিল্পী আৰু জনসাধাৰণৰ মাজত আলোড়নৰ সৃষ্টি হৈছিল।

টকিঅৰ "হিবিয়া" নামৰ বিৰাট হলত ড' ভূপেন হাজৰিকাৰ সৈতে মুঠ পাঁচজন পৃথিৱী বিখ্যাত লোকগীত শিল্পীয়ে গীত পৰিবেশন কৰিছিল। তাৰ ভিতৰত ডং হাজৰিকাক বিশেষ ভাবে এঘন্টা সময় দিছিল। তেখেতে সেই সময়ৰ ভিতৰত অসমৰ আৰু ভাৰতৰ বিভিন্ন লোকগীত গাই তাৰ সুৰেৰে উপস্থিত শ্ৰোতা জনতাক মুগ্ধ কৰিছিল। গীতৰ সুৰে সুৰে সহস্ৰ শ্ৰোতাৰ হাত চাপৰিয়ে এক সুন্দৰ পৰিৱেশৰ সৃষ্টি কৰিছিল।

জাপানৰ বিভিন্ন ঠাইত ডং ভূপেন হাজৰিকাই ১২ দিন ভ্ৰমন



কৰি সেই দেশৰ সহস্ৰ সহস্ৰ শ্ৰোতা জনতাক গীতেৰে কথাৰে মুহি আছিল যাৰ ফলত এবছৰৰ পিছতেই ১৯৮১ চনত পুনৰবাৰ তেখেত জাপানলৈ আমন্ত্ৰিত হৈছিল।

জাপানৰ বিশ্ববিখ্যাত ভিক্টৰ কোম্পানীয়ে ডং ভূপেন হাজৰিকাৰ গীত সমূহৰ জাপানী ভাষাত অনুবাদসহ এখন লংপ্লেয়িং ৰেকৰ্ড কৰিছে।

জাপানৰ লোকগীত শিল্পী সকলৰ অন্যতম কুৰাহাচিন আৰু চুজোকিয়ে ড' ভূপেন হাজৰিকাৰ গীত কিছু জাপানী ভাষালৈ অনুবাদ কৰি সুৰ দিয়াৰ পৰিকল্পনা কৰে। হিমাংশু বিশ্বাস আৰু চঞ্চলখাই ডং ভুপেন হাজৰিকাৰ গীতৰ লগত সংগত কৰিছিল।

"RO-ON" গোষ্ঠীয়ে ড' ভুপেন হাজৰিকাৰ বিষয়ে মুকলি অভিমত দিছিল:—

"বিশ্বৰ অন্যতম শ্ৰেষ্ঠ সুৰ শিল্পী, কণ্ঠশিল্পী ডঃ ভুপেন হাজৰিকাই সাহসেৰে আৰু অনুপ্ৰেৰণাৰে পৃথিৱীৰ জনগণৰ গীত সুৰেৰে প্ৰকাশ কৰে। ড' হাজৰিকাৰ গীতৰে সমগ্ৰ বিশ্বৰ সকলো ভাষাৰ মানুহক একতাৰ ডোলেৰে বান্ধিব পৰাৰ মহৎ গুণ আছে। সেয়ে ড' হাজৰিকা পৃথিবীৰ অন্যতম সাংস্কৃতিক ৰাষ্ট্ৰদূত।" ০ ০ ০

# ড° ভূপেন হাজৰিকাৰ বিদ্ৰোহৰ গীত

ড° দিলীপ দত্ত ।

ভূপেন হাজৰিকা, জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বঙ্গদেশৰ নজৰুল ইছলামৰ বিশেষ সাদৃশ্য এয়ে যে এওঁলোক তিনিও বিশেষ প্ৰতিভাৰে সুগায়ক, সুৰস্ৰষ্টা আৰু গীতিকাৰ। তদুপৰি অগ্নি যুগত এওঁলোকৰ আত্মা বিশেষ ভাৱে জাগি উঠিছিল স্বদেশ প্ৰেমেৰে। এই স্বদেশ প্ৰেম কেৱল দেশক স্বাধীন কৰিবলৈ অদম্য হেপাহতেই সীমাবদ্ধ নাছিল—ভাৰতীয় সমাজৰ অন্যায়, অবিচাৰ, দৰিদ্ৰ শ্ৰমিক সকলৰ নিৰ্য্যাতন আদিৰ বিপক্ষেও তেওঁলোকে বিদ্ৰোহ কৰিছিল। নজৰুলৰ দৃঢ় ঘোষণাঃ

"যে হাত হাতুড়ি দিয়া গড়িয়াছি প্ৰাসাদ হৰ্ম-ৰাজি,
সেই হাত দিয়া বিলাস-কুঞ্জ ধ্বংস কৰিব আজি।
দেই নাই ওৰা পাৰিশ্ৰমিক মজুৰেৰে শ্ৰমিকেৰ—
যা দিয়েছে, অহে মেটেনি মোদেৰ ক্ষুধা তৃষ্ণা ক্ষণিকেৰ।
মোদেৰ প্ৰাপ্য আদায় কৰিব, কৱ্‌জি শক্ত কৰ;
গড়াৰ হাতুড়ি ধৰেছি, এবাৰ ভাঙাৰ হাতুড়ি ধৰ";

[ আব্দুল কাদিৰ সম্পাদিত, নজৰুল ৰচনা-সম্ভাৰ, ইউনিভাৰ্সাল বুক ডিপো, পৃঃ ২১ ]

"আমি আল্লাৰ সৈনিক, মোৰ কোনো বাধা-ভয় নাই,
তাহাৰ তেজেৰ তলোয়াৰে সব বন্ধন কেটে' যাই।
তুফান আমাৰ জন্মেৰ সাথী আমি বিপ্লৱী হাওয়া,



'জেহাদ', 'জেহাদ', 'বিপ্লৱ' 'বিদ্ৰোহ' মোৰ গান গাওয়া!

[ ঐ, পৃঃ ১৫ ]

আমি বিদ্ৰোহ কৰেছি—বিদ্ৰোহেৰ গান গেয়েছি অন্যায়েৰ বিৰুদ্ধে; অত্যাচাৰেৰ বিৰুদ্ধে—যা মিথ্যা, কলুষিত, পুৰাতন-পচা সেই মিথ্যা সচাতনেৰ বিৰুদ্ধে, ধৰ্মেৰ নামে ভণ্ডামি ও কুসংস্কাৰেৰ বিৰুদ্ধে।"

[ ঐ চিঠিপত্ৰ, পৃঃ ৫৩ ]

সেইদৰে জ্যোতি প্ৰসাদৰ অন্তৰতো বিদ্ৰোহৰ অগণি জ্বলিছে আৰু আগ্নেয়গিৰিৰ দৰে তেওঁ উদগাৰি উঠিছেঃ

"নৱ বিপ্লৱী কবি জাগে
আলোক অশিষ জাগে
আগ্নেয়গিৰি সম—
ভোহাৰি-বিদাৰি-ভাঙি-বিস্ফোৰি পৃথিৱীৰ গৰ্ভ
জাগে বিদ্ৰোহী কবি উদ্গাৰি অগণিত অগ্নি-স্ফুলিঙ্গ।"

[ আগৰৱালা, লুইত পাৰৰ অগ্নিসুৰ, পৃঃ ১৯ ]

"ময়ে অসমীয়া শৰাইঘাটৰ
চোকা তৰোৱাল লওঁ লাচিতৰ
মোমাই তামুলী গড়
দুৰ্জ্জয় অগ্নিগড় ময়েই
নাই মোৰ সমসৰ।

[ ঐ, পৃঃ ১৮৭ ]

"দলিতৰ পোষিতৰ,
ক্ষুধিতৰ, তৃষিতৰ
লাঞ্জিতৰ মাথোঁ হাহাকাৰ।
ধ্যানভঙ্গ মহাকাল সম মই
সেইহে জাসিলোঁ আজি
ভীষণ ৰূপেৰে সাজি
বিদ্যুৎ বিপ্লৱ-বহ্নি জ্বলি
তিমিৰৰ মহাগৰ্ভ ফালি—"

ভূপেন হাজৰিকাই গীতিকাৰ জীৱনৰ আৰম্ভণিতে ৰচে বিদ্ৰোহৰ গীত 'অগ্নি যুগৰ ফিৰিঙতি মই' আৰু সময়ে সময়ে তেওঁৰ বহুগীতত বিদ্ৰোহী প্ৰাণৰ স্পষ্ট পৰিচয় পোৱা যায়। শোষণকাৰীৰ বিৰুদ্ধে অত্যাচাৰীৰ বিৰুদ্ধে, দমনকাৰীৰ বিৰুদ্ধে, দৰিদ্ৰ বা শ্ৰমিকে ভোগিব লগীয়া হোৱা নিৰ্য্যাতনৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ মানুহক উৎপ্ৰেৰণা যোগোৱাত তেওঁৰ বিদ্ৰোহী গীতবিলাক লাচিতৰ তৰোৱালক্কৈ চোকা। 'নৰ কঙ্কালৰ অস্ত্ৰ সাজি শোষণকাৰীক বধিম, তেজ্জাৰ পানেয়ে চিঞৰি উঠিলে— পৃথিবী উঠিলে কঁপি, 'সেই মুহূৰ্তলৈ যি মুহূৰ্ততে মোৰ সীমান্ততে সেই শত্ৰু দৈত্যচোৰ নহয় সবল, ৰণক্লান্ত নহওঁ, 'সংগ্ৰাম আন এটি নাম জীৱনৰে' আদিৰ তেজস্বী প্ৰকাশে সমাজত সংজেই জুই জ্বলাব পাৰে।

সেই অগ্নিযুগৰ ফিৰিঙতিক ভাৰতৰ স্বাধীনতাই শান্তি পানী ছটিয়াই কিছুদূৰ শান্ত কৰিলেও, ভূপেন হাজৰিকাৰ বিদ্ৰোহী প্ৰাণ সময়ে সময়ে অন্যায় অধৰ্ম্ম দেখি জাগি উঠে। সেয়েহে বাংলা দেশৰ মুক্তি বাহিনীৰ স্বাধীনতা যুদ্ধতো তেওঁ 'গঙ্গা আমাৰ মা' ৰে ইন্ধন যোগাবলৈ সমৰ্থ হৈছিল। নজৰুল ইছলামৰ দৰে ভূপেন হাজৰিকাৰ বিদ্ৰোহী প্ৰাণে অনুভৱ কৰে প্ৰচণ্ড ধুমুহাই দিয়া শক্তি। বিদ্ৰোহৰ ক্ষেত্ৰত তেওঁৰ উদাত্ত কণ্ঠ বজ্ৰৰ দৰে দৃঢ় আৰু শক্তিশালী বুলি থকা তেওঁৰ বিশ্বাসৰ কাৰণেই তেওঁৰ ইচ্ছা যেন। "গীত গাই কঁপাম দিগন্ত", এনে বিদ্ৰোহী প্ৰাণৰ কাৰণেই তেওঁ গৌৰৱেৰে ঘোষণা কৰে, 'হৃদয়ে আমাৰ ৰবীন্দ্ৰ নাথ, চেতনাই নজৰুল [ ভূপেন হাজৰিকা, আমি এক যাযাবৰ নামৰ বঙালী লং প্লেয়িং ৰেকৰ্ডৰ প্ৰচ্ছদ ]

ভূপেন হাজৰিকাৰ যি বিলাক গীতত সাম্যবাদ অথবা আন ৰাজনৈতিক মতবাদৰ সঙ্কেত পোৱা যায় সেইবিলাক গীতক আমি 'বিদ্ৰোহৰ গীত' শ্ৰেণীত ধৰিলোঁ।

( ● ডঃ ভূপেন হাজৰিকাৰ গীত আৰু জীৱনৰ ৰথ' ৰ পৰা )

## এটি চমু পৰিচয়

# কিশলয়

## সাংস্কৃতিক গোষ্ঠী




● পৰাণ কুমাৰ বৰুৱা।

● কিশলয় সাংস্কৃতিক গোষ্ঠী নগাওঁ জিলাৰ সাহিত্য সংস্কৃতিৰ শক্তিশালী অনুষ্ঠান। এই অনুষ্ঠানৰ বয়স মাত্ৰ তিনি বছৰ। এই তিনি বছৰীয়া কালচোৱাত অসমীয়া জাতিৰ জাতীয় আন্দোলন, জাতীয় গণ-বিপ্লৱ আৰু অসমীয়া জাতিৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ প্ৰতিষ্ঠা আন্দোলন এই সাংস্কৃতিক গোষ্ঠীয়ে জন্মলগ্নৰে পৰা সামৰি লৈছে। ই নগাওঁৰ ৰাইজৰ বিশ্বাস, নতুন পুৰুষৰ আশা, অনুপ্ৰেৰণাৰ উৎস আৰু ভাষা সংস্কৃতিৰ ক্ষেত্ৰত চৰ্চা কেন্দ্ৰ।

আধুনিক প্ৰচেষ্টাৰে অসমৰ সমূহ খিলঞ্জীয়া জনগোষ্ঠীৰ ভাষা, সাহিত্য, সংস্কৃতিৰ মুক্ত প্ৰচাৰ আৰু বিকাশৰ কাৰণে সংস্কৃতিৰ পথাৰৰ নতুন চামক প্ৰেৰণা যোগাই আহিছে। গোষ্ঠীয়ে মুক্তকণ্ঠে স্বীকাৰ

কৰিছে— "চিৰ চেনেহি মোৰ ভাষা জননী" এয়ে হব গোষ্ঠীৰ মহান মন্ত্ৰ। এই ঐতিহাসিক অসমীয়া সংস্কৃতিক সৰ্বতো প্ৰকাৰে সেৱা আগবঢ়াই উন্নতিৰ পথত আগুৱাই যোৱাত সহায় কৰাই হব ইয়াৰ প্ৰধান লক্ষ্য।

।২। অসমীয়া সংস্কৃতিৰ প্ৰতি কৰা সকলো অন্যায় অবিচাৰ সাংবিধানিক পদ্ধতিৰে প্ৰতিৰোধ কৰা।

।৩। সংস্কৃতিবান তৰুনক সংঘ বদ্ধ কৰি অনুশাসন মাধ্যমেৰে জাতীয় চৰিত্ৰ গঢ়ি তোলা।

।।৪।। অপসংস্কৃতিৰ বিৰুদ্ধে গণ সংস্কৃতিৰ ভেটি সুদৃঢ় কৰা আৰু জাতীয় আত্মবল গঢ়ি তোলা।

।।৫।। সাহিত্য চৰ্চা, খেলা-ধুলা আদি কাৰ্য্যৰ প্ৰতি উৎসাহ আগবঢ়োৱা আৰু ইয়াৰ বিকাশৰ বাবে চেষ্টা কৰা।

।।৬।। স্বদেশ আৰু জনগণৰ প্ৰতি শ্ৰদ্ধা উদ্বুদ্ধ কৰা আৰু গভীৰতম্ কৰা।

।।৭।। স্বদেশৰ সংহতি আৰু জাতীয় সংস্কৃতি বিকাশৰ প্ৰতি লক্ষ্য ৰাখি "কিশলয় সাংস্কৃতিক গোষ্ঠী"ৰ লক্ষ্য আৰু উদ্দেশ্যৰ লগত মিল থকা সাংকৃতিক গোষ্ঠী তথা অন্যান্য সংগঠনৰ লগত বন্ধুত্বপূৰ্ণ সম্পৰ্ক গঢ়ি তোলা। [কি, সা, গো, সংবিধান ; ২ নং ধাৰা]

এই লক্ষ্য আৰু উদ্দেশ্য আগত ৰাখি কিশলয় গোষ্ঠীয়ে তিনি বছৰ অতিবাহিত কৰিছে। এই তিনি বছৰীয়া কালছোৱাত কিশলয় গোষ্ঠীৰ ওপৰেদি বহু ধুমুহা পাৰ হৈ গৈছে। কিন্তু কিশলয় গোষ্ঠী এই প্ৰচণ্ড ধুমুহাটো নতশিৰ হোৱা নাই। নতশিৰ হোৱা নাই কিশলয় গোষ্ঠীৰ বিৰুদ্ধে চলা নানান অপপ্ৰচাৰ ওচৰত। জাতীয় চেতনাৰে উদ্বুদ্ধ সাংস্কৃতিক কৰ্মী সকলৰ অশেষ ত্যাগ আৰু কষ্টৰ ফলত



কিশলয় গোষ্ঠীৰ লক্ষ্য আৰু উদ্দেশ্য সমগ্ৰ অসমৰ জনসাধাৰণৰ মাজত উজ্বলৰ পৰা উজ্বলতৰ হৈ পৰিছে। এই ক্ষেত্ৰত ভাষা সংস্কৃতিৰ বেদিত কিশলয় গোষ্ঠীয়ে কিমানখিনি বৰঙণি যোগালে আৰু যোগাব এই কথাৰ স্বকীয়া ঐতিহাসিক মূল্য ভাবিকালৰ বুকুত।

● কিশলয় সাংস্কৃতিক গোষ্ঠীৰ উদ্ভৱ হল নগাওঁ সাহিত্য সভাৰ বাৰান্দাত, ১৯৭৯ চনৰ ২১ নবেম্বৰ দিন। সেই সময়ত স্থায়ী সভাপতি বুলি কোনো নাছিল। কাৰ্য্যনিৰ্বাহক সভাবোৰত সদস্য সকলৰ মনোনীত সদস্য এজনক বৈঠকৰ সভাপতি পাতিছিল। সাধাৰণ সম্পাদক আছিল অৰবিন্দ শৰ্মা। সেই সময়ত কিশলয়ৰ গুৰুত্বপূৰ্ণ দায়িত্ব আছিল সাধাৰণ সম্পাদকৰ ওপৰত। আৰ্থিক দিশত অতি দুৰ্বল হলেও কিশলয় গোষ্ঠীৰ সদস্য সকলৰ মন আছিল সবল। আৰু সেই মনোভাবেৰে ১৭ ডিচেম্বৰ তাৰিখে অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ প্ৰথম শ্বহীদ খৰ্গেশ্বৰ তালুকদাৰৰ প্ৰতি শ্ৰদ্ধা জনাই এখন সুসৰ্জ্জিত ট্ৰাকৰ ওপৰত শ্বহীদ বেদী সাজি ভাগৱত পাঠ সহ নগাওঁ জিলাৰ বিভিন্ন অঞ্চল পৰিভ্ৰমণ কৰে। আৰু ২১ ডিচেম্বৰ তাৰিখে খৰ্গেশ্বৰ তালুকদাৰৰ আদ্যশ্ৰাদ্ধ উপলক্ষে নগাওঁ শ্বহীদ ভৱনত হোৱা আদ্যশ্ৰাদ্ধত সম্পূৰ্ণ ৰূপে অংশ গ্ৰহণ কৰে। ১৯৭৯ চনৰ বছৰটোৰ ইমান কম সময়ৰ ভিতৰত ইয়াতকৈ ডাঙৰ কাৰ্য্যসূচী কি হব পাৰে? এই কাৰ্য্যসূচী সফল কৰাৰ ক্ষেত্ৰত মৃদুল, সমীৰ, বিনোদ, মৃনাল, পুষ্পেন্দ্ৰ, মৃন্ময়, কিৰণ, দিপক, জয়ন্ত, শ্যাম, ৰাজেন, হেমন্ত, অনিল, দুৰ্গা, অজিত, দিলীপ, প্ৰনব, বিজু, আদিৰ নাম নললে নহয়।

১৯৮০ চনৰ বছৰতো শিশু সকলৰ মাজত পতা এখন চিত্ৰাংকণ প্ৰতিযোগিতাৰ মাজেদি আৰম্ভ হল। এই প্ৰতিযোগিতা আজি তিনি বছৰ ধৰি নগাওঁ চৰকাৰী বালিকা বিদ্যালয়ত অনুষ্ঠিত হৈ আহিছে। এই প্ৰতিযোগিতা প্ৰত্যেক বছৰৰ জানুৱাৰী মাহৰ

তৃতীয় সপ্তাহত অনুষ্ঠিত হয়। সেই দিনা আছিল জানুৱাৰী মাহৰ ১৬ তাৰিখ। সেই বছৰৰে জানুৱাৰী মাহৰ শেষৰ সপ্তাহৰ কোনোবা এটা দিনতে এই লিখকে সভাপতিৰ গধুৰ দায়িত্ব গ্ৰহণ কৰিব লগা হয়। অসমৰ শিল্পী জগতৰ অন্যতম তাৰকা; ৰুদ্ৰ বৰুৱাৰ স্মৃতি দিৱস নগাওঁ জিলাত পোন প্ৰথম বাৰৰ বাবে কিশলয় গোষ্ঠীৰ উদ্যোগত পতা হয় ৩১ মাৰ্চ তাৰিখে। উক্ত দিৱসৰ লগতে এখনি বনগীত প্ৰতিযোগিতাও পতা হয়। স্মৃতি দিৱসৰ সভাত সভাপতিত্ব কৰিছিল নগাৱঁৰ অন্যতম সাংস্কৃতিকগোষ্ঠী "কল্লোল"ৰ সভাপতি মাধৱানন্দ মহন্তদেৱে। অতিথি ৰূপে যোগদান কৰিছিল ভাৰতৰ খ্যাতনামা চিত্ৰশিল্পী প্ৰনব বৰুৱাদেৱে। আৰু প্ৰতিযোগিতা উদ্বোধন কৰিছিল ভাৰতৰ প্ৰখ্যাত তবলা বাদক বিবেকানন্দ ভট্টাচাৰ্য্যই। স্মৃতি সভাত নগাঁৱৰ অন্যতম জনপ্ৰিয় গায়ক নবেন বৰাৰ গীতে সভাৰ গাম্ভীৰ্য্যতা বৃদ্ধি কৰিছিল।

চাৰি এপ্ৰিল তাৰিখে সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলত দেখা দিয়া বিদেশী নাগৰিকৰ প্ৰব্ৰজন সমস্যা সম্পৰ্কে সমগ্ৰ ভাৰতবৰ্ষৰ জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ-সংগ্ৰাম পৰিষদৰ দাবীৰ ওপৰত ভিত্তি কৰি চিঠিৰ খাম (লেফাফা) প্ৰকাশ কৰা হয়। তাৰ উপৰিও নগাঁও জিলাৰ অতিকৈ পিচ পৰা অঞ্চলত অৱস্থিত "উদমাৰী হাইস্কুল'ৰ সাহাৰ্য্যাৰ্থে গোষ্ঠীয়ে নগাঁও চহৰৰ 'অদিতি' প্ৰেক্ষাগৃহত 'যোগ বিয়োগ' কথাছবি প্ৰদৰ্শন কৰে। আৰু উক্ত ছবি প্ৰদৰ্শন কৰি হোৱা লাভাংশ উক্ত বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সাধাৰণ সম্পাদকৰ হাতত জমা দিয়া হয়। উক্ত বছৰেই নগাৱঁত পোন প্ৰথম বাৰৰ বাবে কিশলয় আৰু বহ্নিমান গোষ্ঠীৰ যুটিয়া প্ৰচেষ্টাত "নগাওঁ ৰঙালি বিহু উদ্‌যাপন সমিতি গঠন কৰা হয়।" উক্ত সমিতিয়ে ১৭ এপ্ৰিল তাৰিখে নেহেৰুবালিত গতানুগতিকতাৰ পৰা ফালৰি কাটি বিহু



পাতে। বিহু পতাকা উত্তোলন কৰে শ্বহীদ পুষ্পেন্দ্ৰ চুবেদাৰৰ পিতৃদেৱে। আৰু মুকলি সভাত যোগদান কৰে সদৌ অসম ছাত্ৰ সন্থাৰ সভাপতি প্ৰফুল্ল মহন্ত, সহকাৰী সম্পাদকদ্বয় ভৰত নৰহ, গিৰীন বৰুৱা, উপদেষ্টা ললিত ৰাজখোৱা, বড়ো ছাত্ৰ সন্থাৰ দূৰ্গা দাস বড়ো, জাতীয়তাবাদী যুব ছাত্ৰ পৰিষদৰ উপ-সভাপতি দেবানন্দ বৰা আৰু ছাত্ৰ সন্থাৰ নগাওঁ জিলাৰ সভাপতি দীগেন বৰা আদিয়ে।

এই ক্ষেত্ৰত ব্ৰজ শৰ্মা, পাপুল বৰা, বকুল ভাগৱতী, ৰাণা গোস্বামী, সমীৰ মহন্ত, ধৰ্ম ভট্ট, শৰৎ বৰকটকী, শৰৎ মূদৈ, মৃণাল লেখাৰু, জয়ন্ত তামুলী, প্ৰশান্ত এন্থনি, ক্ষিৰোদ শইকীয়া আদিয়ে। উক্ত সমিতিত সভাপতি সম্পাদক আৰু আহ্বায়ক হিচাবে কন্দৰ্প শইকীয়া. এই লিখক নিজে, আৰু শৰৎ খাটনিয়াৰে দায়িত্ব বহন কৰিব লগা হৈছিল।

অসমীয়া মানুহৰ বহু দিনৰ আক্ষেপ আছিল ভাৰতৰ সাহিত্য জগতৰ শ্ৰেষ্ঠ বটা "জ্ঞানপীঠ' বটা নোপোৱাটো। সেই আক্ষেপ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই দূৰ কৰিলে। অসম পোন প্ৰথম বাৰৰ কাৰণে 'জ্ঞানপীঠ' বটাৰ বিজয়ী হ'ল। নগাওঁ সাহিত্য সভাই পোন প্ৰথম বাৰৰ বাবে নগাৱঁত সম্বৰ্দ্ধনাৰ ব্যৱস্থা কৰিলে। নগাওঁ কন্যা মহাবিদ্যালয়ত উক্ত সম্বৰ্দ্ধনা অনুষ্ঠানত কিশলয়ৰ পৰাও সম্বৰ্দ্ধনাৰ ব্যৱস্থা কৰা হয়। ১২ অক্টোবৰ তাৰিখে নগাওঁ সাহিত্য সভাৰ যুটীয়া সম্পাদক শ্ৰীতোষেশ্বৰ শৰ্মা আৰু শ্ৰীবেৰকান্ত বৰাই অনুমতি দিয়াৰ বাবে সাহিত্য সভাৰ ওচৰতো চিৰ কৃতজ্ঞ।

● ১৯৮১ চনৰ আৰম্ভণীত কোনো ধৰণৰ বিশেষ সাংস্কৃতিক কাৰ্য্যসূচী লব পৰা নগল। কাৰণ সেই সময়ত অসমৰ শংকৰী সংস্কৃতিৰ প্ৰধান অনুষ্ঠান অসম শংকৰদেৱ সংঘৰ অধিবেশন অনুষ্ঠিত হৈছিল নগাওঁ চহৰত। পৰিস্থিতিৰ কাৰণে এপ্ৰিল

মাহত হব লগা অধিবেশন মে' মাহলৈ পিচুৱাই দিব লগা হৈছিল। গতিকে তেনে এটা পৰিস্থিতিত পৰি আৰু আৰ্থিক দিশত যাতে কোনো অসুবিধাত অসম শংকৰদেৱ সংঘ পৰিব লগা নহয় বুলি বিবেচনা কৰি কিশলয়ে কোনো ধৰণৰ কাৰ্য্যসূচী গ্ৰহণ নকৰাবে সিদ্ধান্ত লয়। কিন্তু অসম শংকৰদেৱ সংঘৰ নগাঁও অধিবেশনৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি ৰচনা প্ৰতিযোগিতাৰ আয়োজন কৰে। পলমকৈ হলেও নতুন বছৰক কিশলয়ে এই সংস্কৃতিক কাৰ্য্যসূচীৰেইআদৰণী জনালে।

আধুনিক অসমৰ খনিকৰ সৈনিক শিল্পী বিষ্ণু প্ৰসাদ ৰাভাৰ পবিত্ৰ মৃত্যু বাৰ্ষিকী পালন কৰিবৰ কাৰণে কিশলয় গোষ্ঠীৰ উদ্যোগত সদৌ অসম ছাত্ৰ সন্থা আৰু অসম জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদৰ জিলা সমিতিৰ পৰিচালনাত আৰু নগাঁও চহৰৰ বিভিন্ন সাংস্কৃতিক গোষ্ঠীৰ সহযোগত নগাঁৱত পোন প্ৰথম বাৰৰ বাবে "বিষ্ণু ৰাভা মৃত্যু বাৰ্ষিকী উদযাপন সমিতি" গঠন কৰা হয়। উক্ত সমিতিৰ নেতৃত্বত ২০ তাৰিখে জিলা পুথিভড়ালত তৰুণ কবি সন্মিলন, বিষ্ণু সঙ্গীত আৰু ৰাভাৰ কবিতা আবৃত্তি প্ৰতিযোগিতাৰ ওপৰিও অসম বড়ো সাহিত্য সভাৰ অন্যতম্ প্ৰতিষ্ঠাতা, বড়ো ভাষা সাহিত্যৰ পিতৃ স্বৰূপ মুশ্ৰী প্ৰমোদ চন্দ্ৰ ব্ৰহ্মৰ সভাপতিত্বত "বৰ্ত্তমান অসমৰ পৰিস্থিতি আৰু ৰাভা দৰ্শন" শীৰ্ষক আলোচনা চক্ৰৰ আয়োজন কৰা হৈছিল। উক্ত আলোচনা চক্ৰত অসম জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদৰ ৰূপ কমল কাকতি, গোৱালপাৰাৰ বড়ো লিখিকা অমৃতা ব্ৰহ্ম; ৰিংচাং পত্ৰিকাৰ সম্পাদক গনেশ সেনাপতি আদিৰ ওপৰিও ৰাভাৰ ৰাজনৈতিক সতীৰ্থ শুক্লেশ্বৰ ভূঞা, নবীন বৰদলৈ আৰু অৰুণ বৰুৱাই যোগদান কৰে। মৃত্যু বাৰ্ষিকীৰ লগতে ৰঞ্জিতা খুৰাই এই লিখকৰ সম্পাদনাত "ৰাভাৰ আভা" নামেৰে এটি বাণী সংকলন প্ৰকাশ পায়। এই ক্ষেত্ৰত দীলিপ ৰাজখোৱা, ৰাতুল



মহন্ত, গিৰীন বৰুৱা, বগাধৰ সেনাপতি, সূৰ্য্য ৰাজা, শৰৎ থাটনীয়াৰ, ব্ৰজ শৰ্মা, মুনিন্দ্ৰ বৰা, কুমুদ বৰা শ্ৰীমন্ত বৰা, জ্ঞানন্দ মোহন চক্ৰবৰ্ত্তী, যোগেশ্বৰ বৰা আৰু কিশলয় গোষ্ঠীৰ সকলো সদস্যৰ সহযোগিতাৰ কথা নুই কৰিব নোৱাৰি।

উক্ত বিষ্ণু ৰাভা মৃত্যু বাৰ্ষিকীৰ লগতে সংগতি ৰাখি তিৱা সাহিত্যৰ জনক স্বৰূপ বলাইৰাম সেনাপতিক তিৱা পণ্ডিত উপাধি প্ৰদান আৰু নৃত্য শিল্পী হৰি ভূঞাক সম্বৰ্দ্ধনা জনোৱা হয়।

সেই বছৰৰ শেষৰ সাংস্কৃতি মূলক কাৰ্য্য সূচীৰ ভিতৰত সদৌ নগাঁও জিলা ভিত্তিত পোন প্ৰথম বাৰৰ বাবে জুবিলি পথাৰত বেড্-মিন্টন প্ৰতিযোগিতাৰ আয়োজন কৰা হয়। ডিচেম্বৰ মাহৰ ২৭ তাৰিখৰ পৰা তিনিদিন ধৰি এই প্ৰতিযোগিতা চলে। প্ৰথম বাৰৰ কাৰণে "কিশলয় চলন্ত শ্বিল্ড" লাভ কৰে আনন্দৰাম ঢেকিয়াল ফুকন মহা-বিদ্যালয়ৰ ছাত্ৰ উৎপল বৰুৱাই। এই কাৰ্য্য সূচীৰেই '৮১ চনক বিদায় দিয়া হয়।

১৯৮২ চন। এই বছৰত কোনো চমু কাৰ্য্যসূচী গ্ৰহণ নকৰি এক দীৰ্ঘ কাৰ্য্যসূচী গ্ৰহণ কৰা হয়। এই দীৰ্ঘ কাৰ্য্যসূচীয়েই হল মে মাহৰ ২১, ২২, ২৩ তাৰিখে নগাঁও চহৰৰ শংকৰদেৱ সংঘৰ প্ৰাঙ্গনত "সদৌ অসম শংকৰী সংস্কৃতি প্ৰতিযোগিতা" আয়োজন কৰা হয়। এই প্ৰতিযোগিতা বৰগীত, খোল বাদন, সূত্ৰধাৰী নৃত্য, দশৱতাৰ নৃত্য, ৰচনা আৰু তৰ্ক প্ৰতিযোগিতা আৰু অংকীয়া নাটৰ মাজতে সীমাবদ্ধ ৰখা হৈছিল। প্ৰতিযোগিতাৰ শুভাৰম্ভ কৰিছিল কাৰ্বি আংলঙৰ আধুনিক খনিকৰ বুলি অভিহিত জন নেতা ৺ছেমছন ছিং ইংতিৰ পৰিবাৰ লবঙ্গলতা ইংটিপি বৰুৱাই। তাৰ ওপৰিও কাজি হামিদুল হকৰ সভাপতিত্বত হোৱা "শংকৰী বিদ্ৰোহী দৰ্শন আৰু সত্ৰ সমূহৰ ভূমিকা" শীৰ্ষক আলোচনা চক্ৰত অংশ গ্ৰহণ কৰে অসম চাহ জন-জাতি সাহিত্য সংস্কৃতি পৰিষদৰ

সাধাৰণ সম্পাদক সুশীল কুৰ্মী, অসম বড়ো সাহিত্য সভাৰ পণ্ডিত গিৰীন্দ্ৰ ব্ৰহ্ম দৈমাৰী, বড়ো সাহিত্য সভাৰ নগাঁও জিলা গোটৰ সম্পাদক বিপুল খাখলাৰী, অসম জাতীয়তাবাদী দলৰ সভাপতি বিনোদ গোস্বামীদেৱে। উক্ত সভাত শংকৰী কলা সংস্কৃতিৰ গৱেষক গোপী কান্ত মেধিক সম্বৰ্দ্ধনা জনোৱা হয়। এই ক্ষেত্ৰত কিশলয় গোষ্ঠীৰ সদস্য সকলৰ ওপৰিও দীলিপ ৰাজখোৱা, ভাস্কৰ বৰকাকতি, বলেন বৰা, ইন্দু হাজৰিকা, পাপুল বৰা, অনুপ দাস. শৰৎ বৰকটকী. ৰাণা গোস্বামী, কনক হাজৰিকা, ৰাতুল মহন্ত, পবিত্ৰপ্ৰান শৰ্মা, মুকুল দাস, হীৰা কলিতা, লীলা কাকতী, মুকুল খাউণ্ড, ৰাণা বৰা, ভৱজিৎ শইকীয়া, বোপাৰাম বৰুৱাৰ সহযোগিতা, অসম শংকৰদেৱ সংঘৰ নগাঁও জিলা শাখাৰ ভাতৃসুলভ ব্যৱহাৰ আৰু দিহা পৰামৰ্শৰ বাবে চিৰকৃতজ্ঞ।

চলিত বছৰৰ ২য় কাৰ্য্যসূচী ৰূপে নগাঁৱত ২য় বছৰৰ বাবে বিষ্ণু ৰাভা দিবস পালন কৰা হয়। উক্ত দিনা অন্যান্য কাৰ্য্যসূচীৰ ওপৰিও তৰুন সমাজকৰ্মী বুদ্ধেশ্বৰ খাখলাৰীৰ সভাপতিত্বত "সাংস্কৃতিক বিপ্লৱ কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাৰ জীৱন দৰ্শন আছিল" শীৰ্ষক আলোচনা চক্ৰত অংশ গ্ৰহণ কৰে অসম জাতীয়তাবাদী যুব ছাত্ৰ পৰিষদৰ সাধাৰণ সম্পাদক চন্দ্ৰ মোহন পাটোৱাৰী, বড়ো লিখিকা অমৃতা ব্ৰহ্ম, অসম বড়ো সাহিত্য সভাৰ সৰ্বেশ্বৰ বসুমতাৰী, মহেশ্বৰ পাতিৰদেৱে।

উক্ত অনুষ্ঠানত শ্ৰীমতী লবঙ্গ লতাংটিপি (বৰুৱা), পণ্ডিত গিৰীন্দ্ৰ ব্ৰহ্ম দৈমাৰী আৰু ৰীতা চৌধুৰীক সম্বৰ্দ্ধনা জনোৱা হয়। এই ক্ষেত্ৰত কিশলয় গোষ্ঠীৰ সদস্যসকল, ৰেঙৰ্ণী শিল্পী সংঘ, নগাঁও জিলা যুব ছাত্ৰ পৰিষদৰ ওপৰিও যতীন শইকীয়া, দীপক বৰা, পৰেশ কলিতাৰ সহযোগিতাৰ কথা নুই কৰিব নোৱাৰি

এই কাৰ্য্যসূচীৰ পাচতেই কিশলয় সাংস্কৃতিক গোষ্ঠীৰ উদ্যোগত



যোৱা ২৭ জুন তাৰিখে নগাঁও চৰকাৰী বালিকা বিদ্যালয়ত এই লিখকৰ সভাপতিত্বত নগাঁও জিলাৰ বিভিন্ন সংস্কৃতি প্ৰেমীৰ এক প্ৰতিনিধি মূলক সভাত নিৰোদ কুমাৰ ভাৱাৰ আৰু বিশ্বজিৎ বৰকাকতিক ক্ৰমে সভাপতি আৰু সম্পাদক ৰূপে লৈ 'সদৌ অসম ভূপেন্দ্ৰ সঙ্গীত সমিতি'ৰ এখন জিলা সমিতি গঠন কৰা হয়। পিচলৈ সম্পাদকৰ দায়িত্ব বহন কৰে বলেন বৰাই। এই অনুষ্ঠানটোৱে ভূপেন হাজৰিকাৰ গীত মাত প্ৰচাৰ আৰু বিকাশৰ দায়িত্ব গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত বিভিন্ন দিহা পৰামৰ্শ দিয়াৰ বাবে কেন্দ্ৰীয় সমিতিৰ সাধাৰণ সম্পাদক শ্ৰীঅশোক বৰদলৈৰ প্ৰতি এই খিনিতে কৃতজ্ঞতা প্ৰকাশ কৰিছো।

ইয়াৰ ওপৰিও প্ৰথম অসমীয়ালৈ বাইবেল অনুবাদ কৰোতা, আত্মৰাম শৰ্মাৰ সোঁৱৰণী গ্ৰন্থ প্ৰকাশ, শ্ৰীমতী লবঙ্গলতা ইংটিপিৰ সমাজত প্ৰতি কৰা ত্যাগ আৰু জনগোষ্ঠী সমন্বয়ৰ ওপৰত আগ-বঢ়োৱা অৱিহনাৰ ওপৰত ভিত্তি কৰি এখনি জীৱনীমূলক পুস্তিকা প্ৰকাশ,বাঁহী যাদুকৰ পায় দাসৰ স্মৃতিত সদৌ নগাঁও জিলা ভিত্তিত বাঁহীবাদন প্ৰতিযোগিতা আৰু ৰহস্য সাহিত্যিক ৰংমনৰ স্মৃতি চিৰ সেউজীয়া কৰিবৰ কাৰণে 'ৰংমন বটাঁ' নামেৰে এটি ৰূপৰ বটাঁ দিয়াৰ লগতে বিজ্ঞান প্ৰদৰ্শনীৰ ব্যৱস্থাও কৰা হৈছে। ইতিমধ্যে গোষ্ঠীৰ অন্যতম সদস্য জয়ন্ত তামুলী আৰু মৃদুল শৰ্মাই এতিয়ালৈকে কেইবাখনো প্ৰদৰ্শনীত যাগদান কৰি নগঞা ৰাইজৰ প্ৰশংসা লাভ কৰিবলৈ সক্ষম হয়।

১৯৭৯ চনৰ ২১ নবেম্বৰ পৰা কিশলয়ে পিচলৈ ঘূৰি চোৱা নাই। প্ৰতিক্ৰিয়াশীলচক্ৰৰ নানা আঘাট সহ্য কৰিও বিৰামহীন ভাবে আগুৱাই গৈ আছে। আগুৱাই গৈ আছে গণ সংস্কৃতিৰ পথাৰত বিৰামহীন ভাবে কঠিয়া পাৰি।

জয় হওঁক পোহৰৰ
জয় হওঁক মানুহৰ
জয়তু কিশলয়

# আমি যি সকলৰ ওচৰত চিৰ কৃতজ্ঞ

অসমত পোন প্ৰথমবাৰৰ বাবে হব লগা সদৌ অসম ভিত্তিত "ভূপেন্দ্ৰ সঙ্গীত" প্ৰতিযোগিতা নগাওঁ চহৰত পাতিব লগা হোৱাত বহু তিতা কেঁহা অভিজ্ঞতাৰ মাজেদিয়েই যি সকলৰ সহায় সহযোগ পালো সেই সকলৰ ওচৰত নগাওঁ জিলা 'ভূপেন্দ্ৰ সঙ্গীত' সমিতি চিৰ কৃতজ্ঞ। যি সকলে আন্তৰিক মৰমেৰে প্ৰতিযোগিতাৰ প্ৰত্যেক শাখাৰ প্ৰথম আৰু দ্বিতীয় পুৰস্কাৰ ৰূপে চলন্ত শ্বিল্ড কেইখন আগবঢ়ালে তেখেত সকলৰো ওচৰত আমি চিৰকৃতজ্ঞ। শ্বিল্ড কেইখনৰ নামাকৰণ আমাৰ। কিন্তু 'ব্ৰহ্মপুত্ৰ' নামটো ভূপেন্দ্ৰ সঙ্গীতৰ কেন্দ্ৰীয় সমিতিৰ পৰামৰ্শমতে দিয়া হয়।

"শংকৰ-মাধৱ" চলন্ত শ্বিল্ড

এই শ্বিল্ড খন প্ৰত্যেক শাখাৰ ভিতৰত যি জন প্ৰতিযোগীয়ে সৰ্ব্বোচ নম্বৰ লাভ কৰিব, সেই শ্ৰেষ্ঠ প্ৰতিযোগীজনক দিয়া হব। এই শ্বিল্ড খন শ্ৰীমতী কামাখ্যা শইকীয়াই তেখেতৰ স্বামী সমাজ কৰ্মী ৺হেমচন্দ্ৰ শইকীয়াৰ সোঁৱৰনত দান কৰে। ৺হেমচন্দ্ৰ শইকীয়া যোৰহাট জেইল ৰোড্ ক্লাবৰ এজন প্ৰখ্যাত ফুটবল খেলুৱৈ আছিল। তেখেতে ড° ভূপেন হাজৰিকাৰ বহুগীত সংগ্ৰহ কৰিছিল আৰু হাজৰিকাৰ প্ৰতি শ্ৰদ্ধা আছিল অসীম। ১৯৭৯ চনৰ ১০ আগষ্ট তাৰিখে হৃদৰোগত আক্ৰান্ত হৈ শেষ নিশ্বাস পেলায়। আমিও তেখেতৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিছো।

"ব্ৰহ্মপুত্ৰ" চলন্ত শ্বিল্ড

এই শ্বিল্ড খনি শ্ৰীযুক্ত মদন লাল আগৰৱালাই ৺ৰাম লাল



আগৰৱালাৰ সোঁৱৰণত আগবঢ়াই।

"ৰংঘৰ" চলন্ত শ্বিল্ড

এই শ্বিল্ড খনি অসম চাহ মজদুৰ সংঘৰ নগাওঁ জিলা শাখাৰ সম্পাদক, সমাজ সেৱক শ্ৰীযুক্ত বলোৰাম নাগে তেখেতৰ পিতৃ দেৱতা জন নেতা ৺বীৰবল কালিন্দী (নাগ)ৰ সোঁৱৰণত দান কৰে। ৺বীৰ বল কালিন্দী নাগৰ জন্ম হয় ১৯০৪ চনত আমলখি চাহ বাগিছাত। তেখেতে ১৯১৪ চনৰ পৰা ২০ চনলৈকে বিদ্যাশিক্ষা আৰম্ভ কৰে। তাৰ পাচত বাগানৰ কামত সোমাই। বাগানত কাম কৰি থকা অৱস্থাত এদিন চাহাব এজনে মজদুৰৰ কামত অপছন্দহৈ চামৰাৰ চাবুকেৰে কোবাবলৈ ধৰে। এনে কাণ্ড দেখি বীৰবল কালিন্দীয়ে সহ্য কৰিব নোৱাৰিলে। হাতত থকা কোদাল পেলায় দি চাহাবৰ চাবুকত ধৰি ভঙা ভঙা ইংৰাজীৰে "treat us as am human being, mind it we are not slaves' বুলি প্ৰতিবাদ কৰিছিল। উক্ত বাগানতে তেখেতে ১৯২৩—৫৫ চনৰ ভিতৰত চৰ্দাৰ, Rolling Mohrur আৰু Head Faetory Mohrur পদলৈ উত্তীৰ্ন হৈছিল। তাৰ ওপৰিও তেখেতে ১৯৫২ চনৰ আন্দোলনত লাগি গ্ৰেপ্তাৰি বৰণ কৰিছিল। ১৯৪৬—৬৫ চনলৈ অসম চাহ মজদুৰ সংঘৰ নগাওঁ জিলা শাখাৰ উপসভাপতি আৰু সভাপতি হিচাবে ১৮ বছৰ কাৰ্য্যনিৰ্বাহ কৰিছিল। সেই সময় চোৱাত জিলাৰ বাগিছা সমূহত একোখন প্ৰাইমেৰী বিদ্যালয় স্থাপন কৰিছিল। ১৯৭৩ চনৰ ২৩ নবেম্বৰৰ দিনা এইজনা জননেতাই শেষ নিশ্বাস ত্যাগ কৰে। আমিও জননেতা গৰাকীৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি তেখেতৰ সোৱঁৰণত দিয়া শ্বিল্ডখনৰ নাম 'ৰংঘৰ' নামেৰে নামাকৰণ কৰিছো।

"মহাবীৰ লাচিত" চলন্ত শ্বিল্ড

এই চিল্ডখনি আগবঢ়াই শ্ৰীযুক্ত লক্ষেশ্বৰ দত্ত আৰু দুলাল দত্তই

তেখেত সকলৰ পিতৃ গোলাঘাটৰ ৺ধৰ্মেশ্বৰ দত্তৰ সোঁৱৰণত।

**"অগ্নিগড়" চলন্ত শ্বিল্ড**

এই শ্বিল্ড আগবঢ়াইছে শ্ৰীযুক্ত নাৰায়ণ বৈশ্যদেৱে।

**"কাজিৰঙা" চলন্ত শ্বিল্ড**

এই শ্বিল্ড আগবঢ়াইছে শ্ৰীযুক্ত সুৰেশ আগৰৱালাদেৱে।

ধন্যবাদ সহকাৰে;

নিৰোদ কুমাৰ ভাৰাৰ
(সভাপতি)

বলেন বৰা
(ভাৰপ্ৰাপ্ত সাঃ সম্পাদক)

"ভূপেন্দ্ৰ সঙ্গীত"ৰ
নগাওঁ জিলা সমিতি।

সমীৰ কুমাৰ মহন্ত
(সাঃ সম্পাদক)

জয়ন্ত তামুলী

দেবাশীষ গোস্বামী
(যুটীয়া সহ সম্পাদক)

কিশলয় সাংস্কৃতিক গোষ্ঠী,
নগাওঁ

---

## তেজদান জানো বিপদজনক ?

★ চিকিৎসকৰ পৰামৰ্শত তেজদান কৰিলে শৰীৰৰ ক্ষতি সাধন কৰাতকৈ নতুন তেজ গঠনত সহায়হে কৰে।

★ সুস্থ-সবল যি কোনো ব্যক্তিয়েই তেজদান কৰিব পাৰে।

★ মুমূৰ্ষ জনক তেজদান কৰাটো প্ৰত্যেক সমাজ সচেতন ব্যক্তিৰ দায়িত্ব আৰু কৰ্তব্য।

★ তেজদানে জনগোষ্ঠীৰ মাজত সম্প্ৰীতি ঐক্য আৰু সংহতি সুদৃঢ় কৰে।

★ আপুনিও তেজ পৰীক্ষা কৰাই তেজৰ গ্ৰুপ কি জানি থওঁক আৰু মুমূৰ্ষ জনক তেজ দি সহায় কৰক॥

বিনামূলীয়া তেজদান আঁচনি তদাৰক সমিতিৰ মুখ্য আহ্বায়ক প্ৰকাশ বৰাৰ দ্বাৰা প্ৰচাৰিত।

মুখ্য কাৰ্য্যালয়— নগাওঁ মহাবিদ্যালয় ছাত্ৰসন্থা।

---

## নগাওঁ জিলা "ভূপেন্দ্ৰ সঙ্গীত" কাৰ্য্যনিৰ্বাহক সমিতি, ১৯৮২-৮৩ চন।

★ মুখ্য উপদেষ্টা
শ্ৰীলক্ষেশ্বৰ শৰ্মা

★ উপদেষ্টা
শ্ৰীশেখৰ জ্যোতি ভূঞা
শ্ৰীপৰাণ কুমাৰ বৰুৱা
শ্ৰীবুদ্ধেশ্বৰ খাখলাৰী
শ্ৰীমানস কুমাৰ মহন্ত
শ্ৰীবকুল ভাগৱতী

★ সভাপতি
শ্ৰীনিৰোদ কুমাৰ ভাৰাৰ

★ কাৰ্য্যকৰী সভাপতি
শ্ৰীমন্ত বৰা

★ উপসভাপতি
শ্ৰীমুকুল দাস

★ সাধাৰণ সম্পাদক
শ্ৰীবিশ্বজিৎ বৰকাকতী

★ সাংগঠনিক সম্পাদক
শ্ৰীবলেন বৰা

★ বিত্তীয় সম্পাদক
শ্ৰীহীৰালাল কলিতা

★ প্ৰচাৰ, জনসংযোগ সম্পাদক
শ্ৰীকনক চন্দ্ৰ হাজৰিকা
শ্ৰীযতিন শইকীয়া

★ কাৰ্য্যালয় সম্পাদক
শ্ৰীদেবাশীষ গোস্বামী

★ কাৰ্য্যালয় ঃ
"ভূপেন্দ্ৰ সঙ্গীত" জিলা সমিতি
মাৰফৎ / কিশলয় সাংস্কৃতিক গোষ্ঠী
বুক এম্পৰিয়াম
এ, টি, ৰোড, নতুন বজাৰ
নগাওঁ (অসম)

## জীৱনৰ সৰু বৰ আলিয়েদি

সংগ্ৰাহক ঃ বিনোদ দাস।

★ ভূপেন হাজৰিকাই অভিনয় কৰা শেহতীয়া ছবিখন হৈছে অৰুন্ধতী দেৱী নিৰ্মিয়মান ছবি 'দীপাৰ প্ৰেম'।

★ এগৰাকী আমেৰিকান ভদ্ৰ মহিলাই ড° হাজৰিকাৰ লোক সঙ্গীত শুনি অভিভুত হৈ পৰাত—ড° হাজৰিকাৰ বিষয়ে জানিব বিচৰাত আমেৰিকাত বাস কৰা এজন প্ৰবাসীয়ে কৈছিল—"Could you compare him with another artist from any other part of India ? I wouldn't dare ! There may be a Singer or a composer elsewhere. But I doubt, there will be another Bhupen Hazarika with all those talents in one person as writer, composer, Singer, movie maker, director, Politician, Social worker, literary genius, editor and cultural harbinger. His versatility is rare, might be exception. He is in almost every walks of life. It is hard to say where he is not ?

* "ছাত্ৰ সকলৰ সভাত এটি অতি কমবয়সীয়া লৰাই (শিশু বুলিলে হয়) হাৰমনিয়ামৰ সহায়ত সুন্দৰকৈ এটি গান গাইছিল। মই মুগ্ধ হৈ আসনৰ পৰা উঠি মঞ্চতে লৰাটিৰ গালত এটা চুমা খালোগৈ। তাহানিৰ কলিকতাত "মাষ্টাৰ মদন" বোলা তেনেকুৱা গানগোৱা লৰা এটিৰ গান শুনিছিলো। আজি অসমীয়া মাষ্টাৰ মদনক দেখি বৰ সন্তোষ পালো।" —সাহিত্যৰথী লক্ষীনাথ



বেজবৰুৱা, (মোৰ জীৱন সোঁৱৰণ) ১৯৩১ চনৰ সেই ৫ বছৰীয়া লৰাটিয়েই হল বৰ্ত্তমান ভাৰতৰ সঙ্গীত জগতৰ ওখল-মাখল লগোৱা ড° ভূপেন হাজৰিকা।

* ড° হাজৰিকা বিধান সভাৰ সদস্য হৈ থকা অৱস্থাত তেওঁৰ যত্নতেই বিশেষকৈ এটি ফিল্ম ষ্টুডিঅ', এটা গেলেৰী আৰু এটা জাতিয় নাট্যশালা গঢ়ি উঠে।

* ১৯৭৮ চনত ড° হাজৰিকাক দি গ্ৰামফোন কোম্পানীয়ে এখন মাৰ্কফ'ৰ আৰু এখন সোণৰ ৰেকৰ্ড প্ৰদান কৰি সন্মানিত কৰে। উল্লেখযোগ্য যে ভাৰতত সোনৰ ৰেকৰ্ড লাভ কৰা ক্ষেত্ৰত ড° হাজৰিকাৰ স্থান সপ্তম।

* আমেৰিকাৰ কলম্বিয়া বিশ্ববিদ্যালয়ে School of honour উপাধি প্ৰদান কৰে।

---

# ডঃ ভূপেন হাজৰিকাদেৱলৈ—

দেৱাশীষ গোস্বামী।

হে মহান শিল্পী
সঙ্গীতৰ পূজাৰী
একোৱেই নাই আজি তোমাক দিবলৈ
বিষ্ণু জ্যোতিৰ সান্নিধ্য লভি
সঙ্গীত সাধনাত হৈ ব্ৰতী
হ'লা আজি সঙ্গীতৰ ওজা
সাগৰ সঙ্গমত সাঁতুৰিও
সেয়ে হোৱা নাই কোনোদিন ক্লান্ত।
আজি আমি তোমাকেই লৈ
বিশ্বৰ আগত কৰিছো গৌৰৱ
হে শিল্পী
তোমাৰ সৃষ্টি হওক গতিশীল
তোমাৰ- মহৎ সৃষ্টিত যাতে একোৱেই
প্ৰতিবন্ধক হৈ নিদিয়ে দেখা
নেদেখাজনৰ ওচৰত
আজি কৰিছো প্ৰাৰ্থনা
তুমি দীৰ্ঘজীৱি হোৱা
দীৰ্ঘজীৱি হোৱা। ●

[ডঃ ভূপেন হাজৰিকাৰ ৰচিত দুটি গীত পাঠকসকললৈ শ্ৰদ্ধাৰে আগবঢ়োৱা হ'ল ]

## এই বহাগৰ সীমাহীন শ্ৰোতালৈ

অসমী আইৰে লালিতা পালিতা
মই তোলনীয়া জী
অসমীৰ সন্মান সদায়ে ৰাখিমে
আৰুনো কওঁ মই কি ?
অসমীৰ মাতষাৰ আজীৱন শিকিলো
বিহু সুৰ বিনন্দীয়া
বৰগীত জিকিৰক তামোল দি মানিলো
বান্ধিলো মুগাৰে বটিয়া
বৰলুইত পাৰৰে
শীতলকৈ নাদৰে
মিঠা পানীটুপি পি।
পৃথিবীখনে যে বলকে বলক
অচীন পখীৰে নলওঁ মই লগ
অসমী আইয়ে মোক
তুলিছে তালিছে
কেনেকৈ হওঁ মই পৰ
চেনেহক নেওচা দি ॥
গধূলি কেতেকীৰ সুবাসত আমোলমোল
বতাহ খাই গাভৰু হলো
অসমীৰ বতাহক বিষেৰে নভৰাও
এইষাৰ কথাকে কলো ॥
উদাৰ চিতিয়া অসমী আইৰে
মৰমৰ শপতে দি
অসমীৰ সন্মান চিৰ দিন ৰাখিমে
আৰুণো কম মই কি ?

## অগ্নিযুগৰ ফিৰিঙতি

অগ্নিযুগৰ ফিৰিঙতি মই
নতুন অসম গঢ়িম।
সৰ্বহাৰাৰ সৰ্বস্ব পুনৰ ফিৰাই আনিম
নতুন অসম গঢ়িম
নৰকঙ্কালৰ অস্ত্ৰ সাজি
শোষণকাৰীক বধিম।
সৰ্বহাৰাৰ সৰ্বস্ব পুণৰ ফিৰাই আনিম
ধৰ্ম্ম ব্যৱসায়ীৰ ঠাই নাই তাত,
জাতিৰ অহঙ্কাৰ লয় পাব তাত।
অস্পৃশ্যতাৰ মহাদানৱক
আপোন হাতেৰে নাশিম।
নতুন অসম গঢ়িম।
হৰিজন, পাহাৰী, হিন্দু মুছলিমৰ
বড়ো, কোচ, চুটিয়া কছাৰী আহোমৰ
অন্তৰভেদি মৌ বোৱাম
ভেদাভেদৰ প্ৰাচীৰ ভাঙি
সাম্যৰ সৰগ ৰচিম।

ৰচয়িত্ৰী আৰু প্ৰকাশিকা—**কুমাৰী বিনীতা বৰুৱা।**

C/o. **সৰুমাই চেতীয়া ফুকননী।**

নাফুক আৰ্ট হাউছ।

পোঃ অঃ চাক্ৰাই।

শিৱসাগৰ (অসম)

---

কিতাপ পোৱাৰ ঠাই--

১। নাফুক আৰ্ট হাউছ চাক্ৰাই।

২। মিত্ৰ এজেন্সী কোং, তিনচুকীয়া।

৩। ছাত্ৰ ভাণ্ডাৰ প্ৰতিস্থান, ৱিহাবাৰী ডিব্ৰুগড়।

৪। দি বুকলেণ্ড—গুৱাহাটী।

৫। চপলা বুক ষ্টল—শ্বিলং।

---

গুৱাহাটী, পৰশুদেৱ প্ৰিণ্টিং ৱৰ্কছত ছপা হ'ল।



## উপহাৰ—(তোমাৰেই হাতত)

শুনা—;

প্ৰণয়ৰ প্ৰতিদান দিব পাৰা তুমি মোক
বিফলতা অৱহেলা জীৱন ভৰায়—
পাহৰিও নোৱাৰিবা মোক হলে পাহৰিব
—মই ৰ'ম আঁৰে আঁৰে তোমাতে সদায়।
জীৱনৰ পদে পদে স্মৃতিৰ কঁইটে প্ৰিয়া
সোৱঁৰাব মোৰ কথা প্ৰতি পলকত,
মানুহৰ মৰমত কিদৰে মানুহ মৰে—
ভাবি চাবা তুমি তাক ভুলৰ শেষত।
সপোনতে কেতিয়াবা সপোনৰ ৰাণী হই
- চলি পৰা আহি মোৰ বুকুৰ মাজত,
সপোন ভাঙিলে পিছে বলিয়া নহবা দেই—
—কাৰোবাক দেখি হলে নিচেই কাষত।
মোৰ এই কবিতাই মেঘদূত হৈ যদি—
—অপযশ তোমাৰেই ভাব বৈ ফুৰে,
কিনো কম সখী ঐ মেঘদূতো সি যে হায়—!
- প্ৰণয়ৰ দূত মাথো বিৰহী হিয়াৰে।
যদিহে দোভাগ নিশা সুৱঁৰি কবিতা মোৰ
—কলঙ্কিনী বুলি সোণ, ভাবা নিজকেই—
কবিতা বুকতে তাৰ ইতিহাস বিচাৰিবা
—কবিতো হেৰাই যাব বহু আগতেই।

"মই"








# তুমি মোৰ নাভাঙিবা ভুল

## তোমালৈ

মইতো এবাৰো সোণ নাছিলো তোমাক মতা
তুমিয়েহে আগবাঢ়ি মাতিছিলা আহি,
মইতো তোমাক কথা নাই কোৱা আগতেই
তুমিয়েহে চাই মোক মাৰিছিল হাঁহি।
প্ৰেমৰ কবিতা মই নাই লিখা কেতিয়াও
তুমিয়েই সেই দিনা দিলাহি শিকাই,
তোমাৰ সি "জোৱাৰৰ" ব্যথা ভৰা কবিতাই
আজিও নীৰৱে মোৰ চকুলো সৰায়।
সোণৰ কাঁঠিৰে তুমি যৌৱন জগাই সোণ
নিজহাতে প্ৰণয়ৰ মদিৰা পিয়ালা,
কাজল কলীয়া সেই দুচকুৰ বান মাৰি—
সাগৰৰ নাচোনেৰে বলিয়া কৰিলা।
—লাৱনী হাতেৰে লিখা তোমাৰ আখৰে আহি—
—কাণে কাণে কলে মোক প্ৰণয়ৰ ভাষা,
আশাৰ সঁফুৰাটিও চকুৰ আগতে থই—
যাচি গ'ল পৰাণত আকুলণ তৃষা।



সিদিনাৰে পৰা সোণ    ৰবি ললো তোমাকেই—
—প্ৰণয়ৰ বাণী মোৰ চিৰ সহচৰী—,
—জীৱনৰ আয়ুৰেখা—    তোমাৰ হাতত সপি
হলো মই তোমাৰেই প্ৰেমৰ পূজাৰী ।

—কিয়নো তুমিও তেনে    বাক্‌দত্তা হৈ সোণ—,
দলিয়াই দিলা মোৰ পূজা যৌৱনৰ—,
ওৰেও জীৱন তুমি    কিদৰে সহিবা এই
—পাপৰ গধুৰ বোজা আৰু কলঙ্কৰ ?

হিয়াই হিয়াৰে সখী    মিলন বিচাৰি যায়,
—সৃষ্টি পাতনিৰে পৰা নীতি জগতৰ,
—অজুৰৰ দৰে তেনে    টোপাটোপে তেজ খাই—
জেউতি চৰালা কিয় দুখনি ওঁঠৰ ?

ক্ষতি নাই সখী অ'ই    ভালপোৱা যদি তুমি
জীয়া তেজ খাই মোৰ ভগা কলিজাৰ,
মোৰেই তেজেৰে যদি    তোমাৰ প্ৰদীপ জ্বলে—
সেয়ে হব প্ৰতিদান প্ৰণয় পূজাৰ ।

প্ৰাণৰ বীণত আজি    বিৰহৰ সুৰ বাজে
—জগতেও মোকে মাথো দোষী বুলি কয়,
তাৰ বাবে সঁচাকৈয়ে    ময়েনে অকলে দোষী
তুমি জানো প্ৰিয়া মোৰ লগতে নহয় ?





মনতে নিতউ ভাবো    তোমাৰ স্মৃতিকে লই
প্ৰণয়ৰ কবিতাও নেলেখিম আৰু—
( কিন্তু ) ফেনেকোটোবাৰে অহা বাৰিষাৰ বৰ ন'ই—
নোবোৱাকে কৰবাত ৰবনেহে বাৰু ??

মোৰো আজি সেয়ে কথা    তোমামোৰ পৰিচয়
লেখা ৰব আজীৱন ব্যথাৰ পাৰত—
কোনোবা এদিন যদি    স্মৃতিৰ সপোন সৰে,
— দেখাতো নহব সোণ এই জীৱনত ।

# শেষ সোৱঁৰণী

সন্ধিয়াৰ বতাহ ছাটিয়ে—
কাণে কাণে বিনো গ'ল কই,
- দূৰণিৰ মন্দিৰৰ পৰা
আঁৰতিৰ ধুনা গোন্ধ লই ।

হিয়া মোৰ উঠিল শিয়ঁৰি
পুলকৰ পলক পৰশে,
পচুলিৰ জ্বলালো প্ৰদীপ
—তোমাৰেই আগমণ আশে ।

জ্বলি জ্বলি শিখা মাৰ গ'ল
আন্ধাৰৰ কলা ছাঁৰ সতে
কিয় ক'তা ? নাহিলাতো প্ৰিয়া—
তেতিয়াও ৰ'লা সুদূৰতে ।

পাহৰিলা নহয় সখীয়া
সিদিনাৰ মৰম বান্ধোন,
প্ৰিয়হাৰা 'চকোৰাৰ' দৰে
বিৰহৰ করুণ কান্দোন ।





আন্ধাৰৰ আঁৰ লই সোণ
সেই দিনা পৰেনে মনত—
—আবেগতে "ভালপাওঁ" বুলি—
তুমি মোৰ সোমোৱা বুকত ।

সেই কথা আজিওতো ক'ব
—পচুলীৰ গুলঞ্চি জোপাই,
—পাহৰাৰ অভিনয় তেনে
কিয় কৰা সাদৰী সোণাই ?

সোণ মই আজিহে বুজিছোঁ
জগতৰ নিষ্ঠুৰ নিয়ম—
"ভালপোৱা কবিৰ সপোন
দিঠকত জগত নিৰ্ম্মম" ।

—জগতৰ মৰম মাধুৰী
শেষ কৰি দিলে পচোৱাই,
বিৰহীৰ ভগা বুকু জুৰি
বেদনাৰ অগণি বোলাই ।

আজি সেই জীয়াজুই মোৰ
জীৱনৰ শেষ লগৰীয়া,
সিয়ে দিব সোৱঁৰাই মোক
তোমাৰেই সোৱঁৰণী প্ৰিয়া ।

প্ৰণয়ৰ শেষ সীমনাত
বিঙিয়াই মাত্তিব মৰণে,
সেই দান তোমাবেই ভাবি
আকোৱালি লম বংমনে ।

জীৱনৰ শেষ চিন মাথো
ৰ'ই যাব ধৰণী বুকত,
অভাগাৰ মাটিৰ সমাধি—
"ৰূপহীৰ"—সেউজী পাবত ।

কোনোৱেতো নুসুধিব সোণ
কাৰ সেই সমাধি মাটিৰ—
তুমিওতো পেলাবা পাহৰি
—ইতিহাস অভাগা কবিৰ ।

বাটৰুৱা গুচি যাব নিতে
চিনি হলে কোনেও নাপাব,
সৰু নই 'ৰূপহীয়ে' মাথো
—কিবা বুজি চকুলো টুকিব ।

—ভুল কৰি কেতিয়াবা যদি
—পৰাণৰ প্ৰিয়তম লই,
সমাধিৰ কাষবতে বহি
সন্ধিয়াত জুৰ লোৱা গ'ই—





আৰু যদি প্ৰিয়তমে সোণ
সমাধিতে ফুলা দেখা পাই,
কিবা এটি বনৰীয়া ফুল—
দিয়ে আনি খোপাত পিন্ধাই ।

—চক খাই নুঠিবা মৰমী,
—"তেওঁ" হলে একোকে নাজানে—,
—ফুলপাহি পেলাবা মোহাৰি
—তুভৰিবে নিজেই গোপনে ।

দহে যদি হিয়াখনি সোণ
—কিবা কথা ভাবি অতীতৰ,
গুচি যাবা যাচি অভিশাপ
—ৰূপৰাণী হেৰা সপোনৰ ।

---

# বিয়াৰ দিনা—তোমালৈ

"সখী অ'ই তুমি মোক পাহৰি পেলাবা দেই
মচি দিবা কলিজাৰ চেনেহৰ চিন"—,
মোৰ কথা ভাবি মন কলুষিত নকৰিবা
আজি যে তোমাৰ সোণ মিলনৰ দিন ।
ভুল কৰি যদিওবা ভালপোৱা যাচিছিলো
অনুতাপ সেইবাবে নকৰিবা সোণ—
তোমাৰেই মিলনৰ মধু লগণত আজি
—পাহৰি পেলোৱা ময়ো আছিলোঁ আপোন ।
পাহৰি পেলোৱা আজি মৰম আমনি মোৰ
আৰুতো নকৰোঁ সোণ আমনি দুনাই,
—নিচেই কাষতে বহি তাহানি এদিন তুমি—
চকুপানী টোকা কথা ভাবি লাভ নাই ।
পাহৰি পেলোৱা আৰু তুমি তাহানিয়ে গোৱা
—ফাগুণ ৰাতিৰ সেই সুমধুৰ গান,
তোমাৰ সি তাহানিৰ ফাগুনৰ আলহীৰ—
—ফাগুন মৰহি গ'ল পূজা অৱসান ।





তোমামোৰ পৰিচয় ভাবি লোৱা আজি তাক—
"কোনোবা এদিন যেন সন্ধিয়া পৰত—
পথৰ চিনাকী সোণ মাথো এৰাতিৰ বাবে
জীৱনৰ কোনো এক "চৰাই-ঘৰত" ।

ৰাতিৰ শেহত পুনু অচিন পথিক দুয়ো
—গুচি গলো নিজ বাটে দুয়োকো পাহৰি—
ঠিক আজি তেনেকৈয়ে পাহৰি পেলোৱা মোক,
—হৃদয়ৰ বাণী হেৰা প্ৰাণৰ লাহৰী ।

যদিওবা তাহানিতে হিয়াই হিয়াই বিয়া
তোমামোৰ হৈ গ'ল গোপনে গোপনে,
—ভয় নাই সখী ঐ—পুনু বিয়া হব পাৰে,
—আজিৰ সমাজে তাক নুবুজে নুশুনে ।

আজিৰ সমাজে মাথো দুখনি অচিন হিয়া—
—মোহাৰি সামৰি সোণ কেচাঁতেজ খাই,
—বিয়াৰ নামত পাতি জীৱনৰ অভিনয়
বিপদ বেলাত হাঁহি আঁতৰি পলায় ।

প্ৰেম-প্ৰীতি ভালপোৱা নুবুজে সমাজে সোণ
হিয়াৰ সলনি হিয়া চিনিকে নাপাই,
—ধন হয় সখী ঐ প্ৰণয়ৰ মাপকাঠি
—আজিৰ সমাজে তাৰে প্ৰেম জুখি চাই ।

(মেয়ে) আজিহে তোমাৰ বিয়া পাহৰি নাযাবা সোণ
—সমাজেই বাচি দিলে জীৱন লগৰী,
—উৰুলীৰ কোলাহল, নামতীৰ বিয়ানাম—
আজিৰ ই উছৱৰ তুমিয়ে কুঁৱৰী।

—মনৰ কোঁৱৰ স'উ হোমৰ কাষত বহি
তোমালকে 'আশাপালি' আছে বাট চাই,
—মৰা মানুহৰ দৰে পাহৰি সোণটি মোক
—বৰণৰ মালাধাৰি দিয়াগৈ পিন্ধাই।

হয়তো ভাবিছা তুমি অভিশাপ দিম মই
ভয় নাই সেই কথা মনলৈ নানিবা,
—জীৱনৰ অভিশাপে মোকেই আঁতিছে সোণ—,
—অনুৰোধ দোষ মাথো সকলো ক্ষমিবা।

যোৱা গুচি তেনে দেই মনৰ কোঁৱৰ সতে
—নাৰাখিবা কলিজাত চেনেহৰ চিন,
—ময়ো সোণ যাওঁগই মৰণৰ পাৰে পাৰে
—পৰি থক জীৱনৰ তাঁৰ চিগা বীণ।

---






# তুমি মোৰ নাভাঙিবা ভুল

মৰণকে সাৱটিম প্ৰিয়া
তোমাৰেই প্ৰতিদান বুলি,
শুনি স'উ নিজানৰ বাঁহী
গুচি যাম সকলোটি ভুলি।

সুৰ হাৰা জীৱন বীণাৰ
আজি হাঁয় তাঁৰ চিগি গল,
—উৰি গ'ল ডালৰ কেতেকী
—চকুপানী মাথো পৰি ৰ'ল।

আঁকি ল'ই তোমাৰ ছবিটি
সেইদিনা বুলিছিলো বাট—
—তাতো সখী নিঠুৰ নিয়তি
দিলে আহি মায়াহীনা হাত।

আৰু তুমি নুটুকিবা দেই—
মোৰ বাবে এটুপি চকুলো,
সোণ মোৰ পাহৰি পেলাবা
—যত কথা অতদিনে কলোঁ।

আজি মই চিঙিলোঁ বান্ধোন
ধৰণীৰ মৰমী বুকৰ
সিপাৰৰ দূৰ আৱাহন
আজি আহি চাপিছে ওচৰ ।

বিদায়ৰ বেলিকা চেনেহী
—তুমি মোৰ নাভাঙিবা ভুল,
—ভুল মোৰ বুকৰো আপোন
সিযে মোৰ জীৱনৰ ফুল ।

—শেষ—





অলপতে ওলাব—

কুমাৰী বিনীতা বৰুৱাৰ—

## শিল্পীৰ সমাধি ( এখন চিঠি )

—০—